# তুমি মুক্তাহাৰ মোৰ অসমাৰ !

নমস্কাৰ !

হে মোৰ লৌহিত্য সুনীল,
কত দূৰ ! সিযে কত দূৰ—
নিভৃত-নজনা দুৰ্গম সুদূৰ
কত কিযে নিৰ্জ্জন-নীৰৱ শৈল-শিখৰ ;
কত-পথ ভ্ৰমি ভ্ৰমি
মোৰ শ্ৰীময়ীক
ভাগ্যৱতী কৰিছাহি তুমি !
কিনো ভাগ্য—কিনো ভাগ্য
মোৰ জননীয়ে কণ্ঠত লভিলে
তোমাহেন মহা স্ৰোতস্বতী,
শততীৰ্থ জাগি উঠে
পাৰে পাৰে তব
বক্ষি জ্বলে যুগে যুগে তাৰ—
গন্ধ উঠে সুৰভি ধূপৰ ধূম
যুগে যুগে ভগ্নী-ভাতৃ
যাত্ৰী আহে নৱ নৱ ॥

———

# বৰ্ষা গৰজে ঘনে

( উপন্যাস )

প্ৰথম প্ৰকাশ—নবেম্বৰ-১৯৭২

বেটুপাত—শিল্পী

শ্ৰীকামাখ্যা দত্ত

অৰিহণা—পাঁচ টকা

'বৰ্ষা গৰজে ঘনে' ক'ত ?

১। দত্তবৰুৱা এণ্ড কোং

২। নিউ বুক ষ্টল্

৩। মণি-মাণিক প্ৰকাশ

৪। গ্ৰন্থপীঠ

৫। বাণী প্ৰকাশ

৬। কল্পনা বুক ষ্টল্

৭। কিতাপ ভৱন

( পানবজাৰ—গুৱাহাটী—১ )

৮। ভাগৱতী ব্ৰাদাৰ্চ এণ্ড কোং

পোঃ আঃ নলবাৰী ( কামৰূপ )



পূৰ্ব্বোদয় প্ৰেচ

১০নং কৈলাস বোস ষ্ট্ৰীট

কলিকতা-৬

জোনাকি প্ৰকাশ—গুৱাহাটী-১

## —শ্ৰদ্ধাঞ্জলী—

হে মোৰ মাতৃৰো অধিক
৺পুণ্যপ্ৰভা মেধি—জেঠাইদেউ,
কিজানি তোমাৰ সেই
শ্ৰীমৰমী মুখখনি পাহৰি পেলাওঁ—
কিজানিবা মৰাতেজে-লিখা তব
বুকুৰ মৰমখিনি ক'ৰবাত হেৰুৱাওঁ,
সেই ভয়ে
স্মৃতি কান্দে মনে মনে,
সেই ভয়ে আজি মোৰ
নয়ন-সজল অশ্ৰু-মেঘালিৰ
'বৰ্ষা গৰজে ঘনে' ॥

———

—ধনচন্দ্ৰ

**সাহিত্য-শিল্পী শ্ৰীদাসৰ**
**পূৰ্ব্ব-প্ৰকাশিত পুস্তকাৱলি ।**

১ ।   অনুৰাগ ( গীত )
( তিনিকুড়ি আধুনিক গানেৰে সম্পূৰ্ণ )
এটকা পঞ্চাশ পইচা

২ ।   শ্ৰীৰাগ ( ২য় সংস্কৰণ )
( ছকুড়ি প্ৰচলিত ৰাগ-ৰাগিণীযুক্ত গান )
দুটকা পঞ্চাশ পইচা

৩ ।   মল্লিকাদাস ( ২য় সংস্কৰণ )
( ২৮৭ পৃষ্ঠাৰে সমৃদ্ধ পকাবন্ধা উপন্যাস )
পাঁচ টকা ।

৪ ।   শেষ উত্তৰ ( সামাজিক নাটক )

৫ ।   পৃথিৱী-পুত্ৰ
( পুৰাণোক্ত ধৰ্ম্মমূলক )

৬ ।   মল্লিকাদাস ( সামাজিক নাটক )
[ দ্বিতীয় সংস্কৰণ ]

৭ ।   মঞ্চ-তাৰকা ( সামাজিক নাটক )

৮ ।   ৰাজ-নৰ্ত্তকী ( সামাজিক নাটক )

৯ ।   দেশৰ সৈনিক
( চীন-ভাৰত-ৰণাঙ্গনৰ দৃশ্যপট নাট )

১০ ।   গীত-নৰ্ত্তকী ( গান )
( ছপাশালত )

প্ৰতিখন নাটকৰ মূল্য তিনি টকা ।

---

**১ ।   দত্তবৰুৱা এণ্ড কোং—পানবজাৰ**
**২ ।   নিউ বুকষ্টল—পানবজাৰ**
**গুৱাহাটী—১**

# ০ প্ৰতিপদ

এখন সেউজী' দলিচা।

এখন প্ৰকাণ্ড নীলাকাশৰ তলত 'এখন সুবৃহৎ সুন্দৰ সেউজী' দলিচা।

চেক্-চেক্ দিয়া এখন বেড়্কভাবৰ দৰে মাজে মাজে মটীয়া ৰঙৰ চতুৰ্ভুজ পাস্তিবোৰ।

কত গ্ৰীষ্ম-বৰ্ষা আহিল।

কত গ্ৰীষ্ম-বৰ্ষা শেষ হৈ গ'ল। আজিও পুৰণি কৰিব পৰা নাই তাক।

কত পুৰ্বাণ অতীত আজিও যেন তাৰ বুকুতেই নতুন হৈ আছে। কত ভৱিষ্যতকো সি যেন আহ্বান কৰিছে তাৰ শ্যামল আভাৰে শ্যামলী কৰি দিবলৈ।

দেখিলে মনত লাগে যেন কোনো নৱ-পৰিণীতা যুৱতীৰ সুন্দৰ হাতৰ পৰশেৰে সমাদৃত হৈ পৰি আছে সি সুন্দৰ-সুচাৰুৰূপে।

মাজে মাজে একোজন প্ৰহৰী। ছত্ৰধাৰী।

ছত্ৰ ধৰি আছে সূৰ্য্যৰ ৰৌদ্ৰতপ্ত অহঙ্কাৰ বাধা দিবৰ কাৰণে।

শীতল। সুনিৰ্ম্মল।

সঁচাকৈয়ে অতি শান্ত—অতি নীৰব।

এইয়া সুন্দৰ লাহৰীচাং চাহ-বাগিচা।

অসমীৰ অন্নপূৰ্ণা সোণালী পকাধানত জোনাকৰ ঢৌ-খেলা পূৰ্ণিমাৰ ৰাতি বিহাৰ কৰি ক্লান্ত হৈ পৰে; আৰু এমুৱা সেউজী' দলিচাতে নিঢালে গা ঢালি দিয়ে আহি।

বিশ্ৰাম লয়। নীৰলে নিদ্ৰা যায়।

ইংৰাজৰ ইষ্ট্-ইণ্ডিয়া কোম্পানীৰ সেই হিলৰয় চাহাবসকল।

এমুৱাবোৰ চাহ-বাগিচাতেই তেওঁলোকৰ দৃষ্টিত পৰিছিল অসমৰ ৰাজলক্ষ্মী। অসমীয়াৰ ধনে-ধানে ভৰা অতুল ঐশ্বৰ্য্য, অমূল্য সম্পদ!

লাহৰীচাং বাগানৰ সেই চিৰশ্যামল আভা বদলি যোৱা নাই আজিও। বদলি গৈছে মাত্ৰ পুৰুষানুক্ৰমে তাৰ মালিকসকল।

বাগিচাৰ এক সুবৃহৎ মাটিকালিৰ প্ৰায় ঠিক মাজতে বাগিচাৰ মালিকৰ কাঠৰ দুই মহলা বাংলাটো।

কেনে লাগে? চুটি চুটি চাহগছবিলাকৰ ভিতৰত সি যেন অকলে একছত্ৰী সাৰ্ব্বভৌম সম্ৰাট।

মালিকৰ সেই বাংলাৰ ছয় ফাৰ্লংমান পূবে—বাগানৰ পূব সীমান্তত অৱস্থিত বমুৱা-বেৰেক উত্তৰ-দক্ষিণকৈ সুদীৰ্ঘ এখন যেন বাগানৰ আত্মৰক্ষাকাৰী প্ৰাচীৰ। বুঢ়া, আদহীয়া, ডেকা, গাভৰু, ল'ৰা-ছোৱালীৰে ভৰপূৰ এখন গাঁও। ঘৰবোৰৰ ওপৰত মাটিৰ খাপ্ৰা। বমুৱা-বেৰেকৰ দক্ষিণ-সীমান্তৰপৰা আৰম্ভ কৰি পূব-পশ্চিমকৈ থকা সেইবোৰ অফিচৰ অন্যান্য কৰ্ম্মচাৰীসকলৰ স্বকীয়া স্বকীয়া একোটাকৈ টিনৰ ঘৰ। মেনেজাৰ, এচিচ্‌টেণ্ট্‌ মেনেজাৰ, কেৰাণী, মহৰি, পিয়দা, পিয়ন, সাধনী, কাঠমিস্ত্ৰী, যোগালি আদিৰ ঘৰবোৰ।

মালিকৰ বাংলাৰ ঠিক দুই ফাৰ্লংমান উত্তৰে সেয়া কলঘৰটো। চাহপাত তৈয়াৰ হোৱা এটা প্ৰকাণ্ড ওখ টিনৰ ঘৰ। টিনপাতবোৰ

তাৰ পুৰণি হৈ গৈছে। বহুত পুৰণি। অধিকাংশই মামৰে ধৰা ৰঙা ৰঙা হৈ পৰিছে। নতুনৰ কাৰণে যত্ন পোৱা নাই।

কলঘৰৰ উত্তৰে প্ৰায় লগা-লগিকৈ সেইবোৰ বাগানৰ অফিচ-ঘৰ। সৰু-সুৰাকৈ কেইবাটাও কোঠালি। মাজে মাজে কিছুমান ঠাইত পকাবোৰ ভাঙি ফাঁট মেলি আছে। বাৰাণ্ডাখনবো।

প্ৰত্যেকদিন গধূলি প্ৰত্যেকজন মতা-মাইকী বনুৱায়েই তাত উপস্থিত হয়হি। সিহঁতৰ দিনমান পৰিশ্ৰম কাৰ তুলি অনা চাহগছৰ কেঁচা পাতবোৰৰ তাতেই জোখ-মাখ হয়।

মালিকৰ বাংলাৰপৰা পুব প্ৰান্তৰ বনুৱা-বেৰেকলৈ সুচল-সুকলমে মটৰ অহা-যোৱাৰ বাবে এটা সুগম ৰাস্তাও তৈয়াৰ হৈছে। অৱশ্যে পিচ্ দিয়া নহয় যদিও। কলঘৰলৈ যোৱা-অহা কৰা ৰাস্তাটোও বহল। মটৰগাড়ী যাতায়তৰ সুবিধা কৰি ৰখা হৈছে। সিও সেই ৰঙামাটিৰে ৰাস্তা। কাষে কাষে দুবৰিবনবোৰ।

লাহৰীচাং বাগান।

শ-শ বনুৱাৰ জীৱিকা নিৰ্ব্বাহৰ এখন কৃষিক্ষেত্ৰ।

মুকুন্দমাধৱ দত্ত ঢুকাল। লাহৰীচাং বাগানৰ উত্তৰাধিকাৰী মালিক। তেওঁৰ পত্নী অৰুন্ধতী দত্ত। বৈধব্য-দশাৰ যন্ত্ৰণাই তেওঁৰ সীমা নাই। আৰু বাগানৰ তিলমাত্ৰ হাব-ভাব নোপোৱা এগৰাকী বিধৱাই বাগানৰ কৰ্ত্তৃত্ব কৰিব পাৰিব জানো? নোৱাৰে, কেতিয়াও নোৱাৰে। তেওঁৰ সেই বিষয়ে কোনো অভিজ্ঞতাই নাছিল অথবা নাই। তেওঁৰ সন্মুখত তেতিয়া যেন এখন মহাসমুদ্ৰৰ উত্তাল তৰঙ্গবোৰে তেওঁক ভয় দেখুৱাই উঠিছিল। তেওঁৰ একমাত্ৰ পুত্ৰ সৌমীনটোও নাবালক। মাত্ৰ ১৫ বছৰীয়া কিশোৰ। নিৰুপায়! একেবাৰে নিৰুপায়! এখনি অকণমান হিয়াৰ সন্মুখত দুটি সৰু সৰু চকুৰ আগত বিৰাট বিশাল ধন-সম্পদৰ উত্তাল ঢৌবোৰ। কেনেকৈ শাসন কৰিব?

গতিকে তেনে সম্পূৰ্ণ অসহায় অৱস্থাত অৰুন্ধতী দত্তই বাগানৰ সৰ্ব্বেসৰ্ব্বা ভাৰ ন্যস্ত কৰিলে বাগানৰ প্ৰধান মেনেজাৰ ভৱানন্দ বৰুৱাৰ ওপৰতে। সকলো ধৰ্ম্ম-কৰ্ম্মৰ ভাৰো থাকিল তেওঁৰে অধীনত।

ভৱানন্দ বৰুৱা। গুৱাহাটী বিশ্ব-বিদ্যালয়ৰপৰা মাষ্টাৰ ডিগ্ৰী পোৱা লোক। ইকনমিক্সত চেকেণ্ড ক্লাছ ফাৰ্ষ্ট। দেশৰ চাকৰি-বাকৰিৰ হাহাকাৰৰ দিনত আহি মুকুন্দ দত্তৰ তলতে বাগানৰ মেনেজাৰী কৰিছিলহি। সেই তাহানি দিনৰেপৰা তেওঁ আছেই। আছে—বৰ্ত্তমান তেওঁ ল'ৰা-ছোৱালী পত্নী-পৰিবাৰ স'তে এটা ভাল সা-সুবিধা থকা কোৱাৰ্টাৰতেই বসবাস কৰি আছেহি। ল'ৰা-ছোৱালী তিনিটি আৰু তেওঁৰ পৰিবাৰ মাত্ৰ।

সৰু হলেও যি হলেও এখন সুখৰ সংসাৰ, যাহ'ক!

ভৱানন্দ বৰুৱা মানুহজন আছিল অপ্ৰত্যয়ী, অশলাগী আৰু ধনলিপ্সুক। মুকুন্দ মাধৱ দত্ত জীয়াই থকা কালত বাগানৰ টকা-পইচা কেবাবাৰো আত্মসাৎ কৰাত তেওঁ ধৰাও পৰিছিল। কিন্তু মালিক মুকুন্দ দত্তই তেওঁক অৱশ্যে কেবাবাৰো ক্ষমাও কৰিছিল।

অন্য নহলেও বাগানৰ এইবোৰ গৰ্হিত কাৰ্য্যৰ কথা মুকুন্দ দত্তই তেওঁৰ সহধৰ্ম্মিণী অৰুন্ধতীক নোকোৱাকৈ নাছিল।

স্বামীৰ মৃত্যুৰ পিছত অৰুন্ধতীৰ সেয়ে এখন ভয়ঙ্কৰ ভয়-সংশয়ৰ ক'লা মেঘ অন্তৰ আবৰি আহিল।

অন্যহাতে তেওঁৰ একমাত্ৰ পুত্ৰ সৌমীন তেতিয়া স্কুলীয়া ছাত্ৰ। নাবালক। বয়স ১৫ বছৰ মাত্ৰ। সি বাগানৰ ভু-ভটং একোকে নাপায়। গতিকে এখন সন্দেহৰ ক'লা মেঘৰ তলত সি ভৱানন্দকে বাগানৰ সৰ্ব্বে-সৰ্ব্বাভাৰ এৰি দিয়াৰ ভিন্ন তাৰ আৰু অন্য উপায়ো নাছিল।

দেউতাকৰ মৃত্যুৰ ঠিক দুবছৰৰ পিছতেই শিৱসাগৰ হাইস্কুলৰপৰা মেট্ৰিকুটো কোনোমতে পাছ কৰিলে সৌমীন দত্তই। আৰু মাকে

তাক কলেজত পঢ়িবলৈ বহুতো অনুৰোধ কৰিলে। নিষ্ফল। তাৰ পঢ়াশুনা সিমানতে সমাপ্ত হ'ল। পঢ়িবলৈ ধনৰ অভাৱ নাই। কিন্তু বয়সৰ লগে লগে সি জানি আহিছিল যে সেইদৰে বাগানৰ সম্পূর্ণ ইচ্ছাকৃত স্বাধীনতা-ভোগ ভৱানন্দ বৰুৱাক কৰিবলৈ কেতিয়াও সি দিব নোৱাৰে। সেই কাৰণেই সি লঙ্ঘন কৰিবলৈ বাধ্য হ'ল মাতৃ-আজ্ঞা। কলেজত পঢ়া ক্ষান্ত দিলে। সোমাই গ'ল পিতৃ-সম্পত্তি লাহৰীচাং বাগানৰ কৰ্তৃত্বৰ মাজলৈ ভৱানন্দৰ লগতেই।

এনেকৈ প্ৰায় ৬ বছৰকাল ভৱানন্দৰ তলত সি শিকি বুজি ললে বাগানৰ সকলো পৰিচালনাবোৰ।

সৌমীনৰ বয়স তেতিয়া প্ৰায় ২৩ বছৰ।

শিৱসাগৰ। লাহৰীচাং বাগানৰপৰা প্ৰায় ৩৭ মাইল দূৰ সৌমীনৰ জন্ম ঠাই। বাগানৰ কৰ্তৃত্বৰ দায়িত্বত সি নিজগৃহ এৰিবলৈ বাধ্য হৈছিল। অধিকাংশ দিন বাগানৰ ভিতৰৰ সেই দুইমহলা বাংলাতেই সি কটাবলগীয়া হৈছিল। বিধৱা অৰুন্ধতীয়ে নিজ গৃহত কিছুমান অঙহী-বঙহী লৈয়ে বসবাস কৰিব লগীয়াত পৰিছিল মাত্ৰ। অতি জৰুৰিবোধ হলেহে সৌমীন দত্ত শিৱসাগৰৰ নিজ গৃহলৈ ক্ষন্তেকৰ কাৰণে যাওনা হৈছিল। বাগানত তাৰ লগত ৰ'ল ভাতৰন্ধা সৰু চাকৰ ল'ৰাটো আৰু দয়াৰাম। সিহঁতৰ দেউতাকৰ দিনৰে গৃহৰক্ষী পুৰণি মানুহজন দয়াৰাম।

মাত্ৰ ৩৭ মাইল দূৰ। তাৰ ফিয়েট্-কাৰখনেৰে খুব এক বা দেড় ঘণ্টাৰ ৰাস্তা মাত্ৰ। তথাপি সি ভৱানন্দৰ নিচিনা এজন ঘোৰ প্ৰৱঞ্চকৰ হাতত বাগানৰ কৰ্তৃত্বভাৰ এক মিনিটলৈকে এৰি দি যাবলৈ ইচ্ছা কৰা নাছিল। বাগানৰ প্ৰত্যেকটো বিষয়তেই সৌমীনৰ দক্ষতা পাৰদৰ্শিতা দিনকে দিনে গঢ়ি আহিবলৈ ধৰিলে।

সৌমীনৰ কৰ্তৃত্বৰ বিগত ৬ বছৰ কালৰ ভিতৰতে বাগানৰ কেইবা হাজাৰ টকাও ভৱানন্দই নিজে আত্মসাৎ কৰা প্ৰমাণিত হৈছিল।

আৰু সেইবোৰ ধন দস্যু-লুণ্ঠনৰ দৰে লুণ্ঠিত হোৱা সি সম্যকভাৱে স্বচক্ষে দেখিবলৈ পাইছিল। আৰু ভৱানন্দৰ সেই অমাৰ্জ্জনীয় অপব্যৱহাৰ আৰু অপৰাধৰ কথা সৌমীনে আহি মাকৰ কাষত গোচৰ দিছিলহি।

অৰুন্ধতী তেতিয়াও নিৰুপায়। তেওঁ ভাবিছিল যে অকল সৌমীনৰ হাতত বাগানৰ দায়িত্বভাৰ এৰি দিলে কিজানি ক'ৰবাত আৰু কিবা বাগানৰ বিশৃঙ্খল বিড়ম্বনা আহি দেখা দিয়েহি, সেই ভয়ে তেওঁ ভৱানন্দৰ অমাৰ্জ্জনীয় অপৰাধো সঙ্গোপনে মাৰ্জ্জনা কৰিবলগীয়া হৈছিল। ভৱানন্দক বাগানৰ মেনেজাৰ পদৰপৰা পদচ্যুত কৰিবলৈ তেওঁৰ ভয় ভয় লাগিছিল। আৰু আনকি তেতিয়াও ভৱানন্দক মাৰ্জ্জনা কৰা ভিন্ন তেওঁৰ আৰু অন্য কোনো উপায়-ব্যৱস্থা নাছিল।

এনেকৈয়ে সেই ছটা বছৰো নানা উচ্ছৃঙ্খল-বিশৃঙ্খলৰ মাজেদিয়ে বাগানৰ পৰিচালনা শেষ হৈ গ'ল।

নানাৰূপ অন্যায় অসঙ্গত কাৰ্য্যৰ কাৰণেই সৌমীনে ভৱানন্দক ভাল চকুৰে চাব পৰা নাছিল। যদিও সৌমীনতকৈ ভৱানন্দ প্ৰায় কুৰি বছৰ মানেই বয়সত ডাঙৰ আছিল।

বাগিচাৰ কোৱাৰ্টাৰত থকা ভৱানন্দৰ পৰিবাৰে সৌমীন দত্তক কেবাদিন কেবাবাৰো নিমন্ত্ৰণ কৰিছিল। কিন্তু ভৱানন্দৰ প্ৰতি ঘৃণা আৰু বিতৃষ্ণাৰ আসক্তিয়ে সৌমীনক বাধা দি ৰাখিছিল। সি ভৱানন্দৰ ঘৰলৈ কোনোদিন নগ'ল আৰু তেওঁলোকৰ নিমন্ত্ৰণো গ্ৰহণ নকৰিলে।

লাহৰীচাং বাগান সৌমীনদত্তৰ পূৰ্ণ কৰ্তৃত্বাধীনলৈ অহাৰ পিছৰে-পৰা বাগানৰ বহু বহু ধন আত্মসাৎকাৰী ভৱানন্দও বহুত অসুবিধাৰ সম্মুখীন হ'বলগীয়া হ'ল। তেওঁৰ পূৰ্ণ স্বাধীনতাৰ মুক্ত কৰ্তৃত্বত আহি পৰিলহি ঘোৰ প্ৰতিবন্ধক'।

ভৱানন্দ বৰুৱায়ো সৌমীনে তেওঁৰ প্ৰতি কৰা বিচাৰ-ব্যৱহাৰ

মনোভাৱ আদি আৰু বুজিবলৈ বাকী নাথাকিল। তেওঁ মনে মনে নিশ্চিত হৈ আহিছিল যে সৌমীন এজন খুব সতর্ক, চতুৰ আৰু দক্ষতাপূৰ্ণ ডেকা। গতিকে হয়তো লাহৰীচাং বাগানৰপৰা যি কোনো মুহূৰ্ত্তে তেওঁক সি চাকৰিৰপৰা অব্যাহতি দিবও পাৰে।

বৰুৱাই এনেবোৰ কিছুমান চিন্তাধাৰাবদ্ধাৰাই তলে তলে আৰু অন্য কোনো সুবিধাৰকম এটা চাকৰিৰ কাৰণে আগতীয়াকৈ যন্ত্ৰ ব্যৱস্থা লবলৈ ধৰিলে। তেওঁ এজন হাই-চেকেণ্ড ক্লাচ্ মাষ্টাৰডিগ্ৰী হ'ল্ডাৰ। ইকনমিক্সত চেকেণ্ড ক্লা'চ্ ফাৰ্ষ্ট! গতিকে আজিকালি গাঁৱে-ভূঞেও ইমানবোৰ কলেজ প্ৰতিষ্ঠা হোৱাৰ দিনত, যি কোনো কলেজতে তেওঁৰ কাৰণে কলেজৰ এজন লেক্চাৰাৰৰ চাকৰিৰ কোনো অভাৱ নাই। প্ৰতিদ্বন্দ্বিতা হিচাপেতো তেওঁৰ কোনো কথাই নাই! তদুপৰি দেশৰ যি বৰ্ত্তমান আৱহাওৱা চলিছে গোপনে ক'লা বজাৰত ধন দি কিনাৰ দৰে লাগিলে এটা উপযুক্ত চাকৰিৰ কাৰণে তেওঁ যথেষ্ট ধন দি কিনি লোৱাৰো এতিয়া তেওঁৰ ক্ষমতা আছে। মাত্ৰ লাগিব ধনহে! অভাৱ কি!

ই এটা তেওঁৰ ভৱিষ্যতৰ সঙ্গোপন ব্যৱস্থা।

বাগানৰ ঠিকনাত অহা খবৰ কাগজবোৰৰ ভিতৰত বিশেষকৈ তেওঁ আসাম ট্ৰিবিউনখনৰ এড্ভাৰটাইজ্ পেজলৈ অধিক দৃষ্টিপাত ৰাখিলে। প্ৰায় সদায়।

তেওঁ ভাবে, লাহৰীচাং বাগানৰপৰা তেওঁ স্বইচ্ছায় যদি নিজেই এই মুহূৰ্ত্ততে মেনেজাৰীপদ ইস্তফা দিও গুচি যায়গৈ—তেওঁৰ মৰণ ক'ত? তেওঁৰ পত্নীৰ আৰু তেওঁৰ নিজ নামৰ চেভিংচ্ বেঙ্কৰ পাচ্‌বুকত, আৰু ইউনাইটেড্ বেঙ্কৰ স'তে মোট বেঙ্ক-বেলেঞ্চ স'ত্তৰ হেজাৰৰো ওপৰ উঠিছেগৈ!

এইবোৰ কি তেওঁৰ বাগানৰ স্ব-উপাৰ্জ্জিত ধন? বাগানৰ এজন মাত্ৰ মেনেজাৰ—পায় কিমান টকা? পৰিবাৰ আৰু তিনিটা

ল'ৰা-ছোৱালীৰে পোহপাল যাবলৈ মাহে কিমান টকা লাগে ?

হেজাৰ হেজাৰ সঞ্চয়ৰ ধন তেওঁ পালে ক'ত ?

ভৱানন্দ বৰুৱা ইকনমিক্সৰ মানুহ। সাংঘাতিক আত্মগোপন-কাৰী !

বেঙ্কত হেজাৰ হেজাৰ টকা সঞ্চয় কৰিও বাহিৰত তেওঁৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালীক যেনেদৰে ৰাখিছিল কোনেও যেন তেওঁক কোনোৰূপ সন্দেহ কৰিব নোৱাৰে তাৰবাবে তেওঁ সদায় সতৰ্ক আছিল।

মাদ্ৰাজৰ ভিজিগাপট্টমৰপৰা সদল-বলে অসমলৈ আহিছিল দুখী যশোৱাৰা। চাহ-বাগিচাৰ বনুৱাৰ দল। মুকুন্দ দত্তৰ লাহৰীচাং বাগানৰ উত্তৰাধিকাৰিত্বৰ লগে-লগেই সিও সোমাইছিলহি সেই বাগানৰে বনুৱা হৈ।

সেই বাগানতে কিছুকাল শ্ৰমিক হৈ কাম কৰাৰ পিছত মুকুন্দ দত্তই তাক চৰ্দ্দাৰ পদৱীৰে সুশোভিত কৰে। কিয়নো দুখী যশোৱাৰা বাগানৰ এজন পৰম হিতাকাঙ্ক্ষী আৰু অতি বিশ্বাসভাজন নিৰীহ লোক আছিল। আৰু সেইমতে ৺দত্তই তাক দৰমহাও বেলেগকৈ বঢ়াই দিছিল। অন্যহাতে দুখী যশোৱাৰা আছিল সৰ্পদংশনৰ বাবে এজন ধন্বন্তৰী ওজা। বাগানৰ বহু কেইজনলোকক সি তাৰ চাওঁতালী মন্ত্ৰেৰে জীৱন দান দিছিল। আনকি এবাৰ বাগানৰ মালিক ৺মুকুন্দ দত্তকো সৰ্পেদংশন কৰাত এই দুখী যশোৱাৰাই তেওঁৰ জীৱন বচাইছিল।

মালিকৰ সি অতি বিশ্বাসী, অতি কৃতজ্ঞ।

বহুকাল বাগানত থকাৰ ফলত অশিক্ষিত হ'লেও দুখী যশোৱাৰাই সেই বাগানৰ আয়-উপাৰ্জ্জন, ব্যয়-খৰচাদিৰ পৰিচালনা সকলোবোৰ কাৰ্য্যক্ৰমে বুজি উঠিছিল।

ভৱানন্দ বৰুৱাই বাগানৰ আত্মসাৎ কৰা ধনৰ কথা মকসাহ কৰি

সি এদিন অৰুন্ধতী আৰু সৌমীনৰ আগত খোলাখুলিকৈ নোকোৱাকৈও থাকিব নোৱাৰিলে। ভৱানন্দৰদ্বাৰা যদি সি চাকৰিৰ পৰা পদচ্যুত হয় তথাপিতো সি তালৈকো ভ্ৰূক্ষেপ নকৰিলে। কাৰণ সি মুনিবৰ বহু বিশ্বাসীলোক।

যশোৱাৰাই মনে মনে ভাবিছিল যে কত বিষাক্ত সৰ্পদংশনৰপৰা সি কতজনক নিৰাপদ কৰিলে; কিন্তু ভৱানন্দ কালসৰ্পৰ হাতৰপৰা কেনেকৈ সি সৌমীনক নিৰাপদ কৰিব তাৰ সৰ্পমন্ত্ৰ সি তেতিয়াও বিচাৰি নাপালে।

এদিন চিল্‌মিলকৈ বাংলাত টোপনি যোৱাৰ অৱস্থাত ৰাতি সৌমীনৰ অন্তৰত এটা কথাৰ প্ৰতিধ্বনি শুনা গ'ল। তাক যেন কোনোবাই কৈছে, এজন এম. এ. পাছ কৰা গুণীমানুহে সামান্য দৰমহাতে ইমান বছৰ একেৰাহে তাত কিয় কটাইছে। অস্বাস্থ্যকৰ ঠাইৰপৰা অন্য তেওঁৰ যথোপযুক্ত চাকৰি বিচাৰি নগৰ চহৰৰ স্বাস্থ্যকৰ ঠাইলৈ ভৱানন্দ নোযোৱাৰ মানেতোৱেই বা কি?

সৌমীনদত্তৰ মনে মনে এক দৃঢ়সংকল্প হ'ল।



# ০ দ্বিতীয়া

শিৱসাগৰৰপৰা সৌমীনৰ এড্ৰেছত অহা অৰুন্ধতীৰ চিঠিখন বাগানতে যথা সময়তেই পালে সৌমীনদত্তই।

শ্ৰাদ্ধ। ৺দেউতাকৰ শ্ৰাদ্ধ। জ্যেষ্ঠৰ ১৭ তাৰিখ। কৃষ্ণা-দ্বাদশীতিথি। ইংৰাজী ৩১ মেই।

যাহ'ক মাকে তালৈ ৪।৫ দিন আগতে পোৱাকৈয়ে বাগানলৈ চিঠি দিছে। তেওঁ ইফালে সিফালে অঙহী-বঙহী সকলোকে সকামলৈ মাতিছে। শৰাধৰ বস্তু-বাহানি সকলোবোৰ যোগাৰ-যন্ত্ৰ হৈ আছে।

সৌমীনে ভাবিলে সি শৰাধৰ দিনাই ৰাতিপুৱাতে ঘৰলৈ ৰাওনা হব তাৰ ফাষ্ট্ ক্লাচ্ খনেৰে। লগত অৰণ্যে দয়াৰাম আৰু ৰান্ধনি ল'ৰাটোও যাব।

নিৰ্দ্দিষ্টদিনা সৌমীন সেইমতে ৰাতিপুৱাতে গৈ তাৰ ঘৰ ওলালগৈ। শিৱসাগৰ। নিমন্ত্ৰীত অঙহী-বঙহীবিলাকৰ লগত তাৰ স্নেহৰ আদান-প্ৰদান হ'ল। আৰু সেইদিনাৰ শ্ৰাদ্ধাদি কাৰ্য্যও পূৰ্ণ পয়োভৱেৰে সমাধা হৈ গ'ল। নিমন্ত্ৰীত লোকসকল আৰু লগতে পৰিয়ালবো কিছুজন ঘৰা-ঘৰি গুচি গ'লগৈ। আৰু কেবাজন থাকিও গ'ল ৰাতিটোৰ কাৰণে।

অলপ ৰাতি শুবৰ সময়ত গহীনকৈ অকন্ধতায়ে সৌমানক বিছনা-খনৰ কাষতে বহুৱাই লৈ কৈ যাব ধৰিলে,—বোপাই, যি হৈছে বাক আমাৰ কপালতেই হৈছে, বাগানত বৰ উদণ্ডভাৱে স্ফূৰিবি। সজভাৱে সজ কথাৰে সদায় চলিবি। এতিয়া আৰু দেউতাৰ আছে নে? সকলো এতিয়া তয়েই নিজহাতেই কৰিব লগীয়া হৈছে। এনেকুৱা কালতে যে তোৰ ওপৰত ইমান ডাঙৰ এটা দায়িত্বৰ বোজা মূৰত পৰিবহি, মই সপোনতো ভবা নাছিলোঁ। বাগানৰ সেই এটা ইমান ডাঙৰ বাংলাঘৰ। তাত ৰাতিদিন এনেকৈ নিঃসঙ্গ হৈ থকাটোও ঠিক হোৱা নাই তোৰ। বিয়াখনো পাতি দিব নোৱাৰিলোঁ। ইমান দিনে!

ইমানপৰ সৌমীনে নিস্তব্ধভাৱে শুনি থাকি উত্তৰ কৰিলে—মা, তুমি এইবোৰ কি কৈছা? আজি তুমি যেন মোক এইবোৰ কথা কোনো বিশেষকৈ কোৱা যেন লাগিছে। তুমি এনেকৈ কিয় কৈছা মা!

মাতৃয়ে পুত্ৰৰ ওচৰত কোৱা কথাৰ কি বিশেষ সবিশেষ আছে সোণ!

নহয় মা, তুমি এইবোৰ কোৱাত মোৰ বুকুখন কঁপি উঠিছে কিয় মা?

নহয়—বাৰু নকওঁদে। যা—শোগৈ।

সৌমীন নিজ বিছনালৈ গুচি আহিল। কিন্তু সেইদিনাৰ সেইসময়ৰ মাকৰ কথাবোৰ তাৰ যেন বৰ মূল্যবান বুলি তাৰ অন্তৰে কিয় যে সাৱটি লৈছিল সি অৱশ্যে নিজেই নাজানিছিল। মনটোত কিবা কিবা লাগি ৰ'ল তাৰ।

বুকুখন বেয়া লাগি সেইফালে কিবা এটা ক্লান্তিভাৱেৰে টোপনি গ'ল অকন্ধতীবো।

ৰাতিৰ অন্যান্য আলহীবোৰ কেতিয়াবাই নিচালে নিদ্ৰা গৈছে! ৰাতি এক, দুই, তিনি, চাৰি, পাঁচ, ছয়কৈ—ছটা বাজিল। ৰাতি

ফৰকাল হৈ আহিল। ঘৰৰ দুই এজনকৈ সাৰ পাই পাই উঠিব ধৰিছে। সৌমীন সাৰ পাই উঠা নাই তেতিয়াও। আনকি অৰুন্ধতীও!

সৌমীন বাগানলৈ যোৱাৰ ধান্দাতে সাৰ পাই উঠিল যদিও সি মনে মনে ভাবিলে যে সি চাহ-তাহ নোখোৱাকৈয়ে মাকক মাত এষাৰ দি ৰাওনা হৈ গুচি যাবগৈ। তাকে ভাৱৰ সি শয্যাত্যাগ কৰাৰ লগে লগেই মাকৰ বিছনাৰ কাষলৈ গৈ বিছনাৰ একাষে বহি হাত ধৰি মাকক জগাবলৈ ধৰিলে। মা—মা উঠা, ৰাতি পুৱাল। মই বাগানলৈ এতিয়াই যাওঁগৈ। মাকৰ গাত ধৰি সি এনেকৈ কেবা-বোৰো জগালে। নিস্তব্ধ—নিৰুত্তৰ! সৌমীনে যিমান বাৰেই তেওঁক জগাবলৈ চেষ্টা কৰিছে সি সিমান বাৰেই তাৰ অন্তৰখনত কিবা লাগি আহি আছে। অৱশেষত ২ মিনিটমানৰ পিছত সি খুড়াদেউকক চিঞৰি চিঞৰি মাতিলে। ৰাতিপুৱাৰ তেনে এটা আতঙ্কজনক চিঞৰত দৌৰাদৌৰিকৈ গোবিন্দদত্তও অৰুন্ধতীৰ ওচৰলৈ লৰি গ'ল। চালে—তেৱোঁ তেওঁক বহুবাৰ জগালে। কিন্তু তেওঁৰ কোনো সাৰ সংজ্ঞা নাই! গোবিন্দ দত্তই আৰু বুজিবলৈ বাকী নাথাকিল। অৰুন্ধতী আৰু নাই। তেওঁৰ প্ৰাণ-পখী কাকো নজনাকৈ ৰাতিতে উৰি বিদায় হৈ গৈছে। গোটেই ঘৰ নিমিষতে এটা অপ্ৰত্যাশিত হাহাকাৰত পৰিণত হৈ গ'ল। ওচৰ-কাষৰৰ লোকালোক দৌৰা-দৌৰিকৈ আহি ঘৰ ভৰি পৰিলহি।

বিপদ অকলে নাহে। সৌমীনে দেখিলে তাৰ জীৱনৰ মধ্যাহ্নৰ সূৰ্য্যালোকৰ মাজতে বিনা মেঘে বজ্ৰপাত। সি মাকৰ ভৰি দুখনত ধৰি ইনাই-বিনাই কান্দিবলৈ ধৰিলে। তাৰ অন্তৰত প্ৰতিফলিত হ'ল মাকে তাক কৈ যোৱা তেওঁৰ জীৱনৰ শেষ কথাবোৰ। নিৰুপায়ৰ পিছত আৰু নিৰুপায়। লাহৰীচাং বাগানত সি এতিয়া আৰু অকলশৰীয়া।

মৃত্যুক বাধা দি ৰাখিব কোনে?

৺অৰুন্ধতীৰ অন্ত্যেষ্টিক্ৰিয়া শেষ হৈ গ'ল। সৌমীন বাগানলৈ যোৱাৰপৰা বন্দী হবলগীয়া হ'ল আৰু তেৰদিনৰ কাৰণে। মাকৰ আদ্য শ্ৰাদ্ধৰ বাবে। মাত্ৰ বাংলাৰ ভাতৰন্ধা সৰু চাকৰ ল'ৰাটোৰ সৈতে মাত্ৰ দয়াৰামকে এইকেটাদিনৰ কাৰণে বাগানলৈ পঠাই দিয়া হ'ল। সিহঁত শ্ৰাদ্ধৰ দিনা আকৌ আহি পাবহি।

সৌমীনৰ মাকৰ মৃত্যুৰ বাতৰি পাই বাটকুৰি বাই দুখী যশোৱাৰা তাৰ ডাঙৰ ল'ৰাটিৰ সতে আহি ওলাইছেহি। সি সৌমীনৰ আগত দুখ প্ৰকাশ কৰা ভিন্ন অন্য আৰু কি কৰিব? তথাপি শ্ৰাদ্ধৰ দিনা-লৈকে সি তাতে থাকি খৰি-খেৰ, চাউল-পাত, বয়-বস্তু যি য'ত লাগে মানে যোগাৰ কৰাত লাগি গ'ল।

ভৱানন্দ বৰুৱাক সকামলৈ মাতিব লাগিব বুলিয়েই সৌমীনে বাগানৰ কৰ্ম্মচাৰীবিলাকৰ ভিতৰত কাকো নিমন্ত্ৰণ নকৰিলে।

অৱশ্যে তাৰ মাকৰ আদ্যশ্ৰাদ্ধ পূৰ্ণ পয়োভৰেৰে সমাপ্ত হৈ গ'ল।

দুৰিষৰ তেৰদিনৰ ভিতৰত বিশেষকৈ সৌমীনৰ যত্ন লৈছিল উৎপলাই।

সৌমীনৰ ঘৰৰ এখন বেৰৰ সিফালে থকা উৎপলা চৌধুৰী।

৺মাতৃ-বিয়োগত কেনেকৈ থাকিব লাগে, কি কি নিয়ম কৰিব লাগে কেনেভাৱে আহাৰ-বিহাৰ কৰিব লাগে—সকলো ব্যৱস্থাৰ বাবে উৎপলাই বিশেষ যত্ন লৈছিল সৌমীন দত্তৰ।

মাকৰ তেৰদিনৰ শ্ৰাদ্ধান্তে সৌমীন দত্ত দুখী যশোৱাৰাহঁতক গাড়ীত লৈ পুনৰ বাগান পালেহি।

---

## ০ তৃতীয়া

মাকৰ মৃত্যুৰ পিছত বাগানত আহি সৌমীন দত্তৰ ভাল বেয়া বহু ৰকমৰ পৰিবৰ্ত্তণ আহিবলৈ ধৰিলে। বাগানৰ কৰ্ত্তৃত্বও সি খুব দৃঢ়ভাৱে চাবলৈ ধৰিলে। বিশেষকৈ মেনেজাৰ ভৱানন্দ বৰুৱাক সি কেনেকৈ বাগানৰপৰা বিতাৰিত কৰিব পাৰে সেয়ে এটা হ'ল তাৰ প্ৰধান চিন্তা। ঢাকনি ঢকা চুলাৰ ঢাকনি আঁতৰাই দিয়া মাত্ৰে যি জ্বলন্ত অঙ্গাৰৰ উত্তাপ প্ৰচণ্ডৰূপে উদ্‌গিৰণ হবলৈ ধৰে, ঠিক তেনেদৰেই মাকৰ মৃত্যুৰ পিছতেই সৌমীনৰো হিংসা বহ্নি জ্বলি উঠিল ভৱানন্দ বৰুৱাৰ ওপৰত। বাগানৰ কেৰাণী, মহৰি আনকি বনুৱা শ্ৰমিকদলৰ ভিতৰৰপৰাও ভৱানন্দ বৰুৱাৰ বাগানৰ অহৈতুক কাৰ্য্যাৱলীবোৰৰ কথা ভালকৈয়ে শুনিবলৈ পালে সৌমীন দত্তই। তাৰ দেউতাক ৺মুকুন্দমাধৱ দত্তৰ দিনৰপৰাই হেজাৰ হেজাৰ ধন আত্মসাৎ কৰি নিৰ্ব্বিকাৰ হৈ বহি আছে এতিয়া ভৱানন্দ বৰুৱা।

তাৰে প্ৰতিশোধ বিচাৰে আজি সৌমীন দত্তই।

মদ্যাসক্ত প্ৰত্যেকজন লোকৰেই মদৰ নিচাৰ একোটা একোটা নিজস্ব প্ৰকৃতি থাকে। হয়তো কোনোজনে মদ খাই ঘৰৰ ভিতৰত নিস্তব্ধ হৈ কিবা কথা ভাবি-গুণি থাকিয়েই ভাল পায়। হয়তোবা

আৰু কোনোজনে মানুহ-তুনুহ মাৰ কিল্ কৰিবলৈকে উদ্যত হয়। আৰু কোনোবাই হয়তো নিচাৰ ৰাগী এৰি নাযায় মানে অযথা কিছুমান প্ৰলাপ বকিয়েই ভাল পায়।

সৌমীন দত্তৰো আছিল শেষৰ প্ৰকৃতিতোৱেই।

বাগানৰ বাংলাত মদ আৰম্ভ কৰিলেই পোনে পোনে সি বকনি মেলে কেৱল ভৱানন্দ বৰুৱাৰ। মদৰ নিচাৰ ভিতৰত সেয়ে আছিল তাৰ শান্তি!

সেইদিনা। ৰাতি প্ৰায় ৮মান বাজিবলৈ ধৰিছে। সৌমীন্দ্ৰকুমাৰ দত্ত মদৰ নিচাত বেহুচ্—বিভোৰ। বাংলাৰপৰা এম্বেছেডৰখন সি নিজেই ড্ৰাইভ্ কৰি তলং-ভটং কৰি লৈ গুচি গ'ল।

গাড়ী আহি ভৱানন্দ বৰুৱাৰ কোৱাৰ্টাৰৰ দুৱাৰমুখত।

তেনেকৈ তেওঁলোকৰ ঘৰৰ দুৱাৰমুখত কোনোদিনে আহি নৰখা এখন ফাৰ্ষ্ট ক্লাছ গাড়ী আহি ৰখোঁতে ঘৰৰ ল'ৰা-ছোৱালী কেইটি আচৰিত হ'ল। সিহঁতে সতৰ্ক দৃষ্টিৰে চাবলৈ ধৰিলে। গাড়ীৰ ভিতৰখনত এন্ধাৰ পৰিছিল যদিও অনুমানতে সিহঁতে বুজি উঠিছিল সেইয়া বাগানৰ মালিক সৌমীনদত্ত। ভিতৰৰপৰা ওলাই আহিল, ভৱানন্দ বৰুৱাও ধুতীখন আৰু গেঞ্জীটোৰেই। তেওঁ সৌমীন দত্তক চিনি পালে। আৰু সসম্ভ্ৰমে মাতিলে তাক ভিতৰত বহিবলৈ।

সৌমীন দত্ত গাড়ীৰপৰা নানামিল আৰু নগ'ল। সি ভৱানন্দক দেখি মদৰ নিচাত হিতাহিতজ্ঞানশূন্যৰ দৰে তেওঁ বৰুৱাক এফালৰপৰা তীব্ৰ ভৰ্ৎসনা কৰি যাবলৈ ধৰিলে।

লাহৰীচাং বাগানৰ তেৱেঁই আত্মগোপনকাৰী শোষক। বাগানখনৰ ওপৰত তেৱেঁই যেন সৰ্ব্বেসৰ্ব্বা। সেইখন যেন ভৱানন্দ বৰুৱাৰ পিতাকৰহে সম্পত্তি। কোনো হিচাপ-পত্ৰৰ মা-বাপ নোহোৱা হেজাৰ হেজাৰ টকা আত্মসাৎ কৰি বাহিৰত বিশ্বাসৰ মুখা পিন্ধি দেখুৱাইছে তেওঁ। সি তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ খাবলৈ অহা নাই।

সি বুকত লৈ আহিছে একুৰা জুই। তাকে নুমাবলৈ আহিছে তেওঁৰ ছুৱাৰমুখত। সি আজি অন্তৰ উবাৰি কৈ যাব ভৱানন্দ বৰুৱাক। বহুদিনৰ জুইকুৰা সি নুমাই যাব তাতে একেদিনে। ভৱানন্দই মাত্ৰ তাক এবাৰ মাথোন্ মাত দিলেই হয়। ভৱানন্দ বৰুৱাই আজি চকুমেলি চাওক ৺মুকুন্দমাধৱ দত্তই তেওঁৰ পিছত তেওঁৰ লাহৰীচাং বাগানৰ কাৰণে এজন কৰ্ত্তব্যহীন বুৰ্ব্বকক ৰক্ষক কৰি থৈ যোৱা নাই। তেওঁ যি ভাবিছিল সেইটো আৰু এতিয়া নহব। সি ভৱানন্দই হিচাব ৰখা প্ৰত্যেকটো এক, ছুইৰ অঙ্কবোৰ এতিয়া পুঙ্খানুপুঙ্খভাৱে বিচাৰ কৰি যাব। বাগানৰ চাহগছবোৰৰ প্ৰত্যেকটো পাতৰ ওপৰতে তাৰ চোকাদৃষ্টি থাকিব। তেওঁৰ আগৰ সেই ভোজ খোৱা বালি তল গ'ল।

আৰু কত কিযে অকথ্য কথাৰে কদৰ্য্য ভৰ্ৎসনাৰে ভৱানন্দক সি বুলিলে—তাক বৰ্ণনা কৰাও কঠিন।

কৈ কৈ সৌমীন দত্ত ভাগৰি পৰিল। গাড়ীখন লৈ সি মাত্ৰ অকল।

ভৱানন্দ বৰুৱাৰ ছুইফালে থকা কেৰাণী ছুজনৰ কোৱাৰ্টাৰৰ কৰ্ম্মচাৰী আৰু ল'ৰা-ছোৱালীবোৰেও সৌমীন দত্তৰ উদ্‌ভ্ৰান্তৰ দৰে গালাগালিবোৰ শুনি সিহঁতেও ভিতৰতে তলকা মাৰি আছিল। বাহিৰলৈ কোনো এজন ওলাই নাহিল। আহিবলৈ সাহো নকৰিলে।

গাড়ীখন লৈ কেনেকৈ কেনেকৈ আহি সেই এন্ধাৰখনত সি বাংলা পালেহি সি নিজেই কব নোৱাৰিলে।

এটা ছুৰ্জ্জয় বৃষ্টি-ধুমুহাৰ পিছত পৃথিৱী নীৰৱে শান্ত হোৱাৰ দৰে সৌমীনদত্তৰ অন্তৰখনেও এক উদ্‌ভ্ৰান্ত প্ৰলাপৰ পিছত কিছু শান্ত বোধ কৰিলে।

ভৱানন্দ বৰুৱা এজন এম. এ. ডিগ্ৰী হ'ল্ডাৰ। তেওঁৰ সহধৰ্ম্মিণীও এগৰাকী বি. এ. লৈকে পঢ়া শিক্ষিতা তিৰোতা। সৌমীনদত্তৰ

ককৰ্থনা, ভৰ্ৎসনা, গৰিহণা-গালাগালিত তেওঁলোকে মৰণান্ত লাজ পালে। সেই মৰ্ম্মান্তিক অপমান তেওঁলোকৰ আৰু সহ্য নহ'ল। ৰাতিটো তেওঁলোকে এটোপা পানী মুখত গ্ৰহণ কৰা দূৰত থাওক, তেওঁলোকৰ চকুত নিদ্ৰাও নাহিল ওৰে ৰাতিটো।

তেওঁলোকে বহু অপমান আৰু গ্লানিৰ মাজত ৰাতিটোতে স্থিৰ-কৰা মতে পিছদিনা পুৱা ভৱানন্দই বাগানৰ সকলো হিচাব-পত্ৰাদি সৌমীনদত্তৰ হাতত গতাই দিলেহি। আৰু তেওঁলোক সপৰিবাৰে সেই দিনাই লাহৰীচাং বাগান ত্যাগ কৰি তেওঁলোকৰ নিজা ঠাই গোলাঘাট অভিমুখে ৰাওনা হৈ গুচি আহিল।

ভৱানন্দ বৰুৱাৰ পদত্যাগত সৌমীনদত্তই যেন এটা ৰাক্ষসৰ হাতৰপৰাহে নিষ্কৃতি পালে। আৰু সি ততালিকে বৰুৱাৰ ঠাই পূৰণ কৰিবলৈ মেনেজাৰ হিচাবে শিৱসাগৰৰ ন-পমুৱা গাঁওৰ চন্দ্ৰ চৌধুৰীকে আনি ৰাখিলেহি।

চন্দ্ৰ চৌধুৰীও এজন বাগানৰ কাৰ্য্য-পৰিচালনাকাৰী সুদক্ষ লোক। দৰং জিলাৰ কৌপাতি, ওৰাং, ঢেকীয়াজুলি আদি বাগানত ইতিপূৰ্ব্বে কাম কৰা যথেষ্ট পাৰদৰ্শিতা আছে তেওঁৰ।

সৌমীনদত্তৰ উদভ্ৰান্ত হৃদয় যাহ'ক শান্ত হ'ল। এতিয়া সেইমাত্ৰ চন্দ্ৰ চৌধুৰী। চন্দ্ৰ চৌধুৰীৰ বয়স তেতিয়া ৪৩ বছৰ। তেওঁ তেতিয়ালৈকে আছে চিৰকুমাৰ হৈ। একেবাৰে ঘনিষ্ঠ আত্মীয় এক পেহীয়েকৰ ছোৱালী অনুৰাধাক সঙ্গোপনে তেওঁৰ প্ৰণয়াসক্ত কৰি লৈছিল। পিছে সমাজৰ তীব্ৰ বিচাৰৰ কষাঘাতত চৌধুৰীৰ সেই অবৈধ প্ৰণয় বিচ্ছিন্ন হৈ যায়। প্ৰণয়ৰ সেই নিৰ্ম্মম কষাঘাতে তেওঁক কৰি ৰাখিলে এজন চিৰকুমাৰ কৰি।

---

## ০ চতুৰ্থী

উৎপলা চৌধুৰী।

গৌহাটী ইউনিভাৰ্চিটীৰ গাৰ্লচ হোষ্টেলত থাকি অসমীয়াত বেছ কৃতিত্বৰে এম, এ, পাছ কৰি ঘৰতে থিতাপি লৈছেহি উৎপলা চৌধুৰী।

উৎপলাৰ মাক সৰুতে ঢুকায়। দেউতাকো ৫৫ বছৰ বয়সত কৰনেৰী থম্‌পছিচ্‌ ৰোগত মৃত্যু-বৰণ কৰে। তেওঁলোক পাঁচোটি ভাই-ভনী। এতিয়া মাত্ৰ সিহঁত আছেগৈ দুজন! ককায়েক অধীৰথ, আৰু ভনায়েক উৎপলা।

শিৱসাগৰ জিলাৰ ডিপুটি কমিশ্যনাৰ চাহাবে যিবছৰ গোটেই জিলাখনকে কলেৰা ইনফেক্টেড্‌ এৰিয়া বুলি ডিক্লেয়াৰ কৰিছিল সেই বছৰতে মহামাৰি কলেৰাত এটি এটিকৈ সিহঁতৰ তিনিটা ভাই-ভনী সংসাৰ এৰি গুচি যায়।

অধীৰথে মনে মনে ভাবিছিল যে যদি উৎপলাক যেই সেই এঠাইত গতি লগাব পাৰে তেন্তে, সি গুচি যাবগৈ লক্ষীমপুৰলৈ। তাৰ এজন বন্ধুৰ লগত কথা-বাৰ্ত্তা চলি আছে। সি তাত তাৰ বন্ধুৰ দোকানত থাকি ফটোগ্ৰাফী শিকিব; আৰু পাৰিলে শেষত শিকি

বুজি লৈ সি নিজেই ফটোগ্ৰাফীৰ এখন স্বকীয়া দোকান খুলি বহিবগৈ এয়ে আছিল তাৰ ভৱিষ্যত জীৱনৰ এক পৰিকল্পনা।

সেইয়া এডোখৰ মাটিতে শিৱসাগৰ চহৰত এফালে সৌমীন দত্ত আৰু আনফালে উৎপলাহঁত।

উৎপলাৰ দেউতাক আৰু ৺মুকুন্দমাধৱ দত্ত দুই বন্ধুৱে মিলা-মিশা কৰি সেইয়া এবিঘা মাটি কিনিছিল জনৈক ভদ্ৰলোক কৰুণা গোস্বামীৰপৰা।

দুই বন্ধুৱে আড়ৈ কঠাকৈ মাটি ভাগ-বাটোৱাৰা কৰি লৈ নিজ নিজ সামৰ্থ্য অনুসৰি দুয়ো দুফালে ঘৰ সাজি বসবাস কৰি আহিছিল।

সৌমীনৰ মাকৰ মৃত্যুৰ পিছৰেপৰাই—উৎপলা আৰু সৌমীন দত্ত দুয়ো গোপনে গোপনে প্ৰণয়াসক্ত হয়। দুটি যুৱক-যুৱতীয়ে অনুভৱ কৰিছিল মনে মনে—অন্তৰে অন্তৰে—অন্তৰৰ উদ্দাম বাসনা। বাহিৰত ৰ'ল তাৰ অপ্ৰকাশ মৌন বেদনা।

৺অৰুন্ধতীৰ মৃত্যুৰ পিছত সৌমীনে খুড়ায়েক গোবিন্দমাধৱ দত্তকে তাৰ ঘৰত সপৰিবাৰে আনি ৰাখিলেহি এক প্ৰকাৰ তাৰ গৃহৰক্ষীৰূপে। সিহঁতৰ খা-খবৰ লোৱাৰ অছিলা দেখুৱাইয়েই সৌমীনে তাৰ ফাৰ্ষ্টক্লাচ্ কাৰখনেৰে বাগান এৰি এৰি ঘৰলৈ প্ৰায় অহা-যোৱা কৰিবলৈ ধৰিলে একমাত্ৰ উৎপলাৰ কাৰণেই।

এনেকৈ দিনৰ পিছত দিন, মাহৰ পিছত মাহ শেষ হৈ গ'ল। দুই প্ৰেমাসক্ত যুৱক-যুৱতীৰ প্ৰণয়-বন্ধন দৃঢ় হৈ আহিবলৈ ধৰিলে।

প্ৰেমে সেই প্ৰলাপ নেমানে। প্ৰেমৰ কাষত শিক্ষাৰ মানদণ্ড নাই!

উৎপলা এম, এ, ডিগ্ৰীহল্ডাৰ আৰু সৌমীন মাত্ৰ এজন মেট্ৰি-কুলেট্!

ইতিমধ্যে সৌমীনে ভাবিলে যে বাগান এৰি এৰি প্ৰায় সদায়

যেনেকৈ শিৱসাগৰলৈ আহি সঁচাই-মিছাই সি সময় নষ্ট কৰিব ধৰিছে, এনেকুৱা অৱস্থাত আৰু অধিককাল ভৱানন্দ বৰুৱাক বাগানত ৰখা হ'লে একেবাৰে বিষম অন্যায় হ'লহেঁতেন। যাহ'ক বিদায় হৈ গৈছে ভৱানন্দ!

এতিয়া উৎপলাক বিয়া কৰিবলৈ হ'লেও সৌমীনে মাক মৰাৰ এবছৰৰ ভিতৰত বিয়া কৰাব অৱশ্যে নোৱাৰেও।

সি এটা বছৰলৈ নিতান্তই অপেক্ষা কৰিবই লাগিল। ইয়াৰ ভিতৰত বিয়াৰ কথা-বাৰ্ত্তাবোৰ দুইপক্ষৰপৰা নিষ্পত্তি হৈ থাকিলে অৱশ্যে বেয়া নহয়।

অৱশ্যে বাগানৰ বিষয়েও এতিয়া তেনেকৈ বিশেষ ভাবিব লগীয়া একো নাই।

মাহে ৪৫০ টকা দৰমহাত আহি চন্দ্ৰ চৌধুৰীয়ে ভৱানন্দ বৰুৱাৰ ঠাই পূৰণ কৰিছেহি; আৰু ৰীতিমতে সকলো পদ্ধতিৰে তেওঁৰ কৰ্ত্তৃত্বত বাগানৰ সকলো কাৰ্য্য-ব্যৱস্থা চলি যাবলৈ ধৰিলে শৃঙ্খলাৰূপে।

লাহৰীচাং বাগান।

বাগান বাগানেই আছে। বাগান বাগানেই থাকিব।

সৌমীনৰ যৌৱনৰ উত্তাল জোঁৱাৰে তাক আৰু তেনেকৈ নিঃসঙ্গ হৈ থাকিব দিব পাৰিব জানো?

উৎপলাক পাবলৈ হ'লে অৱশ্যে তাইৰ গাৰ্জ্জেন অধীৰথৰ লগত কিবা এটা নিশ্চয় বুজা-পৰা কৰি উঠিব লাগিব। সেই ব্যৱস্থা তাৰ কৰি দিব কোনে?

উৎপলাৰ ককায়েক অধীৰথে উৎপলাই সৌমীনক মনে মনে ভালপোৱাৰ কথা সঠিককৈ জানি উঠিছিল। এদিন অকস্মাৎ অধীৰথে আহি উৎপলাই এখন চিল্কৰ কমালত ডি, এম, চি, সূতাৰে এমব্ৰয়ডায়েৰি কৰি থকা তাৰ চকুত পৰিছিল। সি কিন্তু সেইদিনা

অন্যমনস্কভাৱে গুচি গ'ল। পাৰিলে সি তাৰ প্ৰকৃত সন্ধান পিছতো উলিয়াব পাৰিব। সি এটা কল্পনা মনতে পাঙি থলে।

পিছদিনা পুৱা। উৎপলা সচৰাচৰৰ নিচিনাকৈ গা-ধুবলৈ পাছফালে গ'ল। অধীৰথে মনে মনে আহি লাহেকৈ তাইৰ এমব্ৰয়ডায়েৰি কেচ্‌টো খুলি চালে। সি দেখিলে, ৰুমালখনৰ একোণৰ এমব্ৰয়ডায়েৰি কৰা পুষ্পগুচ্ছ ড্ৰয়ীংটোৰ তলতে অসমীয়াতে "সৌমীন দত্ত" নামটো এমব্ৰয়ডায়েৰি কৰি তোলা আছে। সি চাই ৰুমালখন আকৌ ঠিক তেনেদৰেই লাহেকৈ থৈ দিলে। অন্তৰত তাৰ ঘনাই আহিল সৌমীনৰ প্ৰতি উৎপলাৰ স্নেহাসক্তি। তাৰ মনত ভাৱনা-দুৰ্ভাৱনাই নামাৰূপ ক্ৰিয়া কৰিব ধৰিলে।

ছোৱালীমানুহ, যেনে তেনে য'তে ত'তে বিয়াতো দিবই লাগব। অধীৰথ হৈ পৰিল নিৰূপায়!

উৎপলাৰ বিয়া! তাৰ পক্ষে তাৰ জীৱনৰ এটা প্ৰকাণ্ড দায়িত্ব! সিয়েই একমাত্ৰ তাইৰ গাৰ্জ্জেন—পিতা-মাতা। সিয়েই যে এতিয়া তাইৰ সৰ্ব্বেসৰ্ব্বা।

উৎপলাৰ বিয়াৰ কাৰণে প্ৰথমতঃ ধন-পইচাৰ চিন্তা অধীৰথৰ মনত নাহিলেও প্ৰথমে তাৰ অন্তৰত মাত্ৰ এটা কথাৰ উদ্ৰেকতাই বেছি হৈছিল। উৎপলা এম, এ; সৌমীন মাত্ৰ এজন মেট্ৰিকুলেট্। এই কথাই তাৰ অন্তৰত খোকোজা লগালেও অন্যহাতে সি মুক্তি পাইছিল যে সৌমীন দত্ত উৎপলাৰ নিজ মনোভিলাষৰ পাত্ৰ। নিজ প্ৰবৃত্তিয়ে পছন্দ কৰি দিয়া বৰ। গতিকে তাইৰ ভৱিষ্যৎ সুখ-দুখৰ দায়িত্বৰপৰা সি সৰ্ব্বাঙ্গে একপ্ৰকাৰ মুক্ত।

যাৰ কন্যা তাৰ বিবাহ।

লাহে লাহে ইটো কথা সিটো কথাকৈ সৌমীন উৎপলাৰ বিয়াৰ সিদ্ধান্ত স্থিৰীকৃত হ'ল। আষাঢ়ৰ ১৭ তাৰিখ। ইং ২ জুলাই বৃহস্পতিবাৰ।

অধীৰথে ভাবিলে তাৰ মৰি হজি থকা একেজনী ভনীয়েক। আৰু সিহঁত শিৱসাগৰ জিলাৰ এঘৰ সম্ভ্ৰান্ত পৰিয়াল। গতিকে নিজৰ আত্মসম্মান বজাই ৰাখি উৎপলাক বিয়া দিব পৰা যায় কেনেকৈ? তাৰোপৰি লাগি যাব কেবাহেজাৰ টকা। সেই অৰ্থ সিহঁতৰ ক'ত? গতিকে অধীৰথে সিহঁতৰ ঘৰ-মাটিখিনিকে বিক্ৰী কৰাৰ সিদ্ধান্ত কৰি উৎপলাৰ আগত কথাটো উলিয়ালে। সেই কথাত কিন্তু উৎপলা অসম্মত। তাইৰ মাত্ৰ একেটি ককায়েকক। ঘৰ-মাটিখিনি বিক্ৰী কৰিলে সি নিজৰ এখন সংসাৰ কৰি তাৰ জুৰাবলৈ ঠাই ব'ল ক'ত? তাইৰ এখন বিয়াৰ কাৰণেই ককাইদেউতাকে যে সৰ্ব্বস্বান্ত হৈ যাব ওলাইছে--তাৰ কাৰণে তাই ভয়ানক বিক্ষোভ কৰিলে। আৰু ক'ৰবাত সম্পত্তিখিনি বন্ধক দিবলৈকে তাই ককায়েকক ৰৰকৈ অনুৰোধ কৰিলে।

নিজৰ বস্তুখিনি ভৱিষ্যত সুবিধা-অসুবিধাৰ কথা দেখুৱাই অধীৰথে শেষত মাটি-ঘৰখিনিকে বিক্ৰী কৰিবলৈ উৎপলাক বুজালে-বঢ়ালে।

ইফালে দিনকে দিনে বিয়াৰ তাৰিখো চাপি আহিল।

অধীৰথৰ চিঠি পাই লক্ষীমপুৰৰপৰা তাৰ সেই বন্ধু চিত্ৰমল গোহাঁই আহি টকা পইচা লৈ শিৱসাগৰ পালেহি।

এখম ৰেজেষ্ট্ৰী দলিনত চহী কৰিলে অধীৰথ আৰু উৎপলাই।

উচিত মূল্যত মাটি ঘৰৰ স্বত্ত্ব-স্বামীত্ব হস্তান্তৰ হৈ গ'ল চিত্ৰমল গোহাঁইৰ হাতলৈ।

এতিয়া হয়তো উৎপলাৰ বিয়া সমাপন কৰিও এখন ফটোগ্ৰাফীৰ দোকান খুলিবলৈ অধীৰথৰ হাতত যথেষ্ট টকা থাকিব। তাৰ জীৱনৰ জীৱিকানিৰ্ব্বাহৰ এটা সুগম পথ সি নিজেই বিচাৰি উলিয়াব পাৰিব।

বিয়া হৈ গ'ল উৎপলাৰ।

তাই আহিল সৌমীনৰ বুকুলৈ। কিন্তু কান্দি কান্দি কিয়?

তাইৰ বিদায়-যাত্ৰাত তাইক মাত্ৰ এটি কথাই অন্তৰত অত্যন্ত আঘাত কৰিছিল। তাই ভাবিছিল যে পিতৃ-গৃহ এৰি তাইৰ লগে লগে তাই পিতাকৰ হাতে গঢ়া সমস্ত সম্পত্তি শেষ কৰি আহিবলগীয়া হৈছে। তাইৰ পিতৃ-গৃহৰ চিনস্বৰূপে জন্মঠাই-ডোখৰত তাইৰ বুলিবলৈ এটি ধূলিকণাও নেথাকিল। নিজগৃহ বুলি এদিন ঘৰলৈ ঘুৰি আহিবলৈও তাইৰ আৰু কোনো কিছু নাই। নেথাকিল।

সৌমীনেও বাগানৰ বাবু-ভায়া, কুলী-মজদুৰ আৰু চহৰৰ জনা শুনা লোকসকল আটাইবিলাককে নিমন্ত্ৰণ কৰি আনি পূৰ্ণ পয়ো-ভৰেৰে বিবাহ সমাপন কৰিলে। সৌমীনৰ চকুতো আছিল সিদিনা এটুপি অশ্ৰুজল! সেইয়া তাৰ মাকৰ স্মৃতিৰ চকুলো! মাকে তাৰ ঘৰৰ কাষতে উৎপলাক সদায় দেখিছিল যদিও গৃহবধূ হিচাবে কিন্তু তাইক এদিনলৈকে দেখি যাব নেপালে।

আৰু অধীৰথ?

সিও গুচি গ'ল বিদায় হৈ লক্ষীমপুৰলৈ চিত্ৰমল গোহাঁইৰ লগতে। পিতৃ-গৃহৰপৰা চিৰবিদায় পৰত সি মাত্ৰ লৈ গ'ল উৎপলাৰ দুইধাৰে বৈ যোৱা চকুৰ পানীখিনিৰ স্মৃতিকে।

সৌমীন দত্তয়ো বিয়াৰ পিছদিনাই এখন ট্ৰাকত ভৰাই তাৰ বাগানলৈ ঘুৰাই পঠিয়াব লগা বস্তু-বাহানিবোৰ লাহৰীচাং বাগানলৈ সিদিনাই পঠাই দিলে। লগতে উৎপলাৰ লগত দিয়া পালেং, চকী, মেজ, আলনা, ড্ৰেচীংআইনা আদি কৰি সকলোবোৰ লৈ দুখী যশোৱাৰা আৰু দয়াৰাম বাগান পালেগৈ।

সৌমীন মাত্ৰ শুক্ৰবাৰৰ ৰাতিটো নিজগৃহতে থাকি উৎপলাৰ স'তে শনিবাৰৰ পুৱাতে বাগানলৈ ৰাওনা হব।

উৎপালক লৈ বাগানলৈ আহিলে তাৰ পিতৃ-গৃহ তেনেই উদং হৈ যাব। সেয়ে সি নাগনীমৰাৰপৰা বিয়া খাবলৈ অহা খুড়াক গোবিন্দ মাধৱ দত্তক আৰু ঘৰলৈ ফিৰি যাবলৈ এৰি নিদিলে। তেওঁলোকৰ

সাংসাৰিক গৃহস্থীৰ অৱস্থা বৰ সঙ্গীন। খুড়াক-খুড়ীয়েকৰ চাৰিটি ল'ৰা-ছোৱালীৰ বিলৈ-বিপত্তি দেখি সৌমীনে নিজেই পোহপাল দি ৰাখিব বুলি সিহঁতক প্ৰশ্ৰয় দি আশ্ৰয় দিলে। আৰু তেনেকৈয়ে তেওঁলোকো অৰুন্ধতী আৰু মুকুন্দমাধৱ দত্তৰ ঘৰ শুৱনি কৰি থাকি গ'ল শিৱসাগৰতে।

———

# ০ পঞ্চমী

শণিবাৰ।

এইয়া সৌমীন আৰু উৎপলা দত্তৰ ফুল-শয্যাৰ নতুন উৎসৱ ৰাতি।

লাহৰীচাং বাগানৰ বাস-গৃহ বাংলাৰ ওপৰমহলাৰ শয্যা-কোঁঠালিটো। কত কি যে বিলাসৰ সামগ্ৰী। চিত্ৰ-বিচিত্ৰ নক্সাৰ ভেল্‌ভেট্ কাপোৰেৰে আবৃত কত কি যে আড়ম্বৰযুক্ত লাস-বিলাসৰ আৰামী-ফাৰ্নিছাৰ্। নানাৰূপ পুষ্পালঙ্কৃতা আচ্‌বাবপত্ৰৰ সুসাজ-সজ্জা। মূল্যৱান নক্সাৰ পৰ্দ্দাকপোৰবোৰত সুগন্ধি চেণ্টৰ মাদকতা। বৰ্ণনাতীত!

উৎপলা চৌধুৰী উৎপলা দত্ত নামে অভিহিত হৈ লাহৰীচাং বাগানত গৃহলক্ষ্মীৰূপে প্ৰৱেশ কৰিবহি। তাকে ভাবি সৌমীনদত্তই বিয়াৰ আগৰেপৰাই তাৰ বাংলাৰ সেইবোৰ গৃহ-সজ্জাৰ পূৰ্ণ আয়োজন কৰি ৰাখিছিল।

সেইয়া উৎপলা দত্তৰ সৌমীন-গৃহত প্ৰথম প্ৰৱেশৰ প্ৰথম নিশাৰ সুসজ্জিত গৃহাৰ্দান। নৱ প্ৰণয়ৰ প্ৰফুল্ল তোৰণ।

বাহিৰত সেইয়া আষাঢ়ৰ নতুন বৰষা। এক নতুন বৰ্ষা-মুখৰ

ৰাতি। ইমান এখন প্ৰকাণ্ড পৃথিৱী গোটেই ঘনতমসাচ্ছন্ন। কিবা এক গহীন নিস্তব্ধ টিনৰ বাংলাটোৰ ওপৰত বৰষুণৰ ৰিম্ ঝিম্ কোৰাচ্! অবিশ্ৰান্ত বৰষুণ। ওপৰত মেঘালিৰ গুৰুম্ গুৰুম্ বৰষাৰ মল্লাৰ সঙ্গীত। বিজুলীৰ তীক্ষ্ণ-দীপ্ত প্ৰহাৰ। বতাহৰ হু-হু শব্দ। একোছাতি বাউলী বতাহে মাজে মাজে আঘাত কৰি যায় সৌমীনৰ শিতানৰ বন্ধ খিড়িকীখনত। বৰ্ষা-স্নাত বৃক্ষৰাজি এন্ধাৰত সকলোবোৰ সভয়ে ম্ৰিয়মান। সেই ৰাতি জগতত যেন আৰু কোনো নাই। জাগি আছে মাথোঁ নয়নে নয়ন দি—দুটি যুৱক-যুৱতী! ওপৰত সেইয়া সুন্দৰ বৰষা।

কাৰুকাৰ্য্যখচিত এৰিষ্টক্ৰেটিক্ কাশ্মাৰি পালেংখন। ফুলাম কোমল বিছনা-বুকত শায়িত মুখামুখী সৌমীন আৰু উৎপলা। যেন বৰ্ষা-ৰাতিৰ কামনা-চঞ্চল মৰাল-মৰালি মিথুন।

উৎপলা তিনিমাহ অন্তঃসত্ত্বা। জানে সৌমীনে। হলেও সেই ৰাতি সিহঁতৰ মনত যেন এক আকুল অধীৰ নিশাৰ অফুৰন্ত উৎসৱ-লগ্ন!

শুভ্ৰ আঠুৱাখনৰ তলত সৌমীনৰ বুকুত সেইয়া লাহি-পাহিকৈ উৎপলাজনী। গৌৰবৰ্ণা। নিয়মীয়া দীঘল নিমজ মুখখনি। সেইয়া পাতল শান্ত সুনীলাভ গোটেই গাতে গুণাৰ বনকৰা পাতৰ মেখেলা চাদৰযোৰেৰে তাই ইমান সুন্দৰ! সৰ্ব্বাঙ্গ স্বৰ্ণালঙ্কৃতা! তাইৰ সোঁহাতত সেইয়া ব্ৰেচ্‌লেটপাতৰ পৰিবৰ্ত্তে ক'লাফিতাৰ চতুৰ্ভূজাকৃতি ঘড়ীটো। সযত্নে পিন্ধি লৈছে তাই। সেইয়া তাইৰ বিবাহ-ৰাতিৰ গোন্ধগাথিয়ানৰ এক নতুন সুৰভি। নতুন মাদকতা। তাইৰ নাৰীসুলভ দেহৰপৰা এতিয়াও যোৱা নাই। লাগি আছে মিঠা মিঠা মধুঘ্ৰাণ।

এটি বন্ধ নীৰৱ কক্ষ। তাইৰ শিৰৰ নতুন সেন্দুৰখিনি দেখি সৌমীনৰ বুকুত উঠিছিল লুইতৰ ফাগুনী পচোৱাৰ ঢৌ। এজন এক অপৰ ঘৰৰ যৌৱনৰ দুৱাৰদলিত কোনো প্ৰাণ-প্ৰেয়সীৰ অপেক্ষাৰত

উদ্দাম যুৱক ; আৰু আন এজনী আৰু এক অন্যঘৰৰ সযত্ন-পালিতা যৌৱনৰ তৃপ্তি-পৰাঙ্মুখ অপেক্ষামানা চঞ্চলা গাভৰু। এজন ২৫।২৬ বছৰীয়া বাসনাদীপ্ত নতুন তৃষিত যুৱক। অন্য এজনী ২০।২১ বছৰীয়া নতুন তৃষিতা গাভৰু। এজন যৌৱনৰ পদক্ষেপী কামনাৰ উত্তাল তৰঙ্গ বুকুত লৈ থকা সুন্দৰ সুস্থ যুৱক আৰু এগৰাকী মনে মনে অন্তৰত উদ্দাম আকুল কামনা-প্ৰদাহ লৈ ৰখি থকা সুন্দৰী যুৱতী।

এক ঘনবৰষা। সৌমীন আৰু উৎপলা।

সিহঁতৰ বহুদিনৰ নয়নৰ অতৃপ্ত চাৱনি, বহুদিনৰ অন্তৰৰ আকুলিত মৰু-তৃষা আজি যেন সকলোবোৰ একেলগে আহি উবাৰি পৰিছেহি দুখনি অন্তৰত। শেষ নহয় সিহঁতৰ আকুল অধীৰ কামনাবোৰ। শেষ নহয় সিহঁতৰ অফুৰন্ত তপত অভিলাষবোৰ। সিহঁতৰ কাৰণে সেই ৰাতি যদি চিৰবৰ্ষা-ৰাতি হ'ল হয়। সিহঁতৰ কাৰণে সেই ৰাতি যদি কোনোদিনেই প্ৰভাত নহল হয়, তথাপিতো সিহঁতৰ তপ্ত যৌৱনৰ তৃপ্ত অভিলাষবোৰ শেষ হ'ল হয় জানো ?

সিহঁতৰ শিতানৰ ফুলদানিটোত সেইয়া বৰ্ষাসিক্ত হাচ্‌নাহানা। মনে মনে আহে তাৰ আকুল সুৰভি। সিহঁতৰ অন্তৰৰ আকুল মুহূৰ্ত্তবোৰ আৰু অধীৰ চঞ্চল কৰি দিয়ে কিয় আহি।

এটা গহীন কক্ষ। এটা গহীন ৰাতি।

দুটি যুৱক-যুৱতীৰ আত্ম-সমৰ্থন। কি সুন্দৰ যৌৱনৰ অভিনয়।

সিহঁতৰ শিতানৰ অপেক্ষামান ৰাতিৰ প্ৰহৰী সেই গ্লোব-লাইটটো। সি তাৰ উজ্জ্বল শিখাৰ পোহৰখিনিও সিহঁতক দোখ লাহে লাহে লজ্জাৱনত হৈ চকুমুদি আহিব ধৰিছে। কেৱল নিদ্ৰা নাহিল সৌমীন আৰু উৎপলাৰ।

এনেকৈয়ে সেই চাংবঙলাটোত সিহঁতৰ দিনৰাতিবোৰ শেষ হৈ যায়। কিন্তু শেষ হৈ নাযায় সিহঁতৰ অফুৰন্ত প্ৰেমৰ পোহৰবোৰ।

---

## ০ ষষ্ঠী

প্ৰথম, দ্বিতীয়, তৃতীয় মাহ। এইদৰে সপ্তম মাহ।

সৌমীন উৎপলাৰ বিয়াৰ পিছৰ সপ্তম মাহ। গঙ্গা-যমুনা সঙ্গমত আহি সৰস্বতী মিলিত হোৱাৰ দৰে সিহঁতৰ মাজলৈ আহিল ইলাক্ষী। মৰমৰ কেঁচুৱাজনী।

ধনাঢ্য ঘৰৰ লাস-বিলাসত লাহে লাহে ডাঙৰ দীঘল হৈ আহিল ইলাক্ষী! পাঁচ বছৰত ভৰি দিলেহি তাই। তেনেকুৱা এখন একাষৰীয়া বাগানত ল'ৰা-ছোৱালী পঢ়ুৱা তেনে উপযুক্ত স্কুল আছিল জানো? বাগানৰ পূব-প্ৰান্তত বনুৱা বেৰেকৰ কাষতে পুৰণি আহঁত গছজোপাৰ তলত মাত্ৰ সেইখন এখন শিশু-বিদ্যালয়। বনুৱাবোৰৰ ল'ৰা-ছোৱালীবোৰৰ কাৰণে সেইখন স্কুল ৺মুকুন্দমাধৱ দত্তই তেওঁৰ বাগানৰ খৰচতে খুলি দি গৈছিল। সেইখন স্কুললৈ বনুৱা ল'ৰা-ছোৱালীৰ মাজলৈ ইলাক্ষীক তাইৰ মা-দেউতাকে পঠাব জানো? নিশ্চয় নপঠিয়ায়। কেৰাণী, মহৰি, মেনেজাৰ আদিৰ ল'ৰা-ছোৱালী তাত পঢ়িলেও উৎপলাহঁতে কিন্তু তালৈ ইলাক্ষীক কেতিয়াও নপঠায়।

সেইবাবে ইলাক্ষীক হাতত কিতাপ দিয়াৰ পিছৰেপৰা সৌমীনে

মাহে ৬০৲ টকা বন্দোবস্তত ঘৰতে পঢ়ুৱাবৰ কাৰণে তাৰ বাগানৰ বৰ কেৰাণী বয়োবৃদ্ধলোক হৰনাথ শইকীয়াকে লগাই দিলে।

বাগানৰ ডিউটিৰ বাহিৰেও শইকীয়াই আহি পুৱাতে তাইক এক-ডেৰ ঘণ্টা সময় সদায় পঢ়ুৱাই যায়হি।

এনেকৈ এনেকৈয়ে বাগানতে থাকি ইলাক্ষী আহি অষ্টম বছৰত ভৰি দিলেহি। সুন্দৰী হৈ উঠি আহিল তায়ো উৎপলাৰ দৰে।

---

## ০ সপ্তমী

লাহৰীচাং বাগানত কিছুদিনৰেপৰা বেছ এছাটি গৰম বতাহ বলি আছিল। বেছ গৰম বতাহ এছাটি।

বসন্তকালৰ নতুন পচোৱা নহলেও সি বেছ উষ্ণ—বেছ আৰামদায়ক।

চামেলিয়াক লৈয়েই গোটেই বাগিছা বেছ গৰম হৈ উঠিছিল। এজন নগণ্য বনুৱাৰ ছোৱালী। এখন নিভৃত শিক্ষাবিহীন অঞ্চলত তাইৰ ইমান সুন্দৰ নামটো ৰাখিছিল কোনে? চামেলিয়া!

এক বনুৱাৰ গৃহাগত ছোৱালী হ'লেও তাইক কোন বিশ্বকৰ্ম্মাই এনেকুৱা কুণ্ডত কটা মুখখনি গঢ়ি তুলিছিল? এক নিৰ্জ্জন বনপ্ৰান্তত যৌৱনৰ ইমান সৌন্দৰ্য্য তাইক ঢালি দিছিল কোনে? উজ্জ্বল শ্যামবৰ্ণা চামেলিয়া। বেছ নিয়মীয়া ওখ। শৰীৰৰ প্ৰত্যেকবোৰ অঙ্গ-প্ৰত্যঙ্গই যেন কি নিমজ। প্ৰত্যেকবোৰতে কিবা যেন এটা মৃদু চঞ্চলতা লাগি আছে। কঁকাল লাহি। মোহ লগা। হিয়া উঠন। চকুযুৰি পিছল কজ্জলা। বনমৃগপ্ৰায়। কপালৰ অকণমান কুঞ্চিত অলকাখিনি অনাদৰে ৰলেও আকৰ্ষণীয়। তাই সুদীৰ্ঘ কুন্তলা। তাইৰ

যৌৱনৰ ইতিহাসত বয়স ওঠৰ পৃষ্ঠা। তাইৰ মাক-বাপেক এক আৰণ্যিক অঞ্চলৰ ওখ ডাঙৰ মানুহ আছিল বুলিলেই বোধকৰোঁ তায়ো বেছ লহপহীয়া আঁহপাহযুক্ত সুন্দৰ স্বাস্থ্যৱতী। অৰণ্যৰ হিংস্র জন্তুবোৰৰ প্ৰলোভন-পৰিতৃপ্তিৰ বনমৃগৰ দৰে লাহৰীচাং বাগানতো চামেলিয়াই আছিল এক লোভনীয় বনমৃগ।

তাইৰ ভৰা যৌৱনত লহ্‌পহ্‌ লাৱণী দেখি বাগানৰ বাবু-ভায়া, কেৰাণী, মেনেজাৰ সকলোবোৰৰে অন্তৰে অন্তৰে এটা গৰম আকাঙ্ক্ষা জাগি উঠিছিল।

হাঁয় হাঁয়! বিধাতাৰ কি নিষ্ঠুৰ লিখন। ইমান মোহ, ইমান ৰূপ লৈ চামেলিয়া হয়তো এদিন গুচি যাবগৈ সিহঁতৰ স্বজাতীয় কোনো এক দেখিবলৈ কদৰ্য্য-কুৎসিৎ বনুৱাৰ ঘৰলৈকে।

বাগানৰ ভিতৰত বিশেষকৈ মেনেজাৰ চন্দ্ৰ চৌধুৰীয়েই তাইৰ প্ৰতি মনে মনে অত্যধিক আসক্ত হোৱা যেন কিছুমান কাৰণত অনুমান হৈছিল।

প্ৰতিদিন গধূলি চাহগছৰপৰা চিঙি অনা চাহপাতবোৰ জোখ-মাখ কৰাৰ সময়ত সকলোবোৰ বনুৱাৰ চাহপাতৰ জোখ-মাখ শেষ হৈ গ'লেও চামেলিয়াৰ চাহপাতৰ জোখ-মাখ তেতিয়াও শেষ নহৈছিল। মেনেজাৰ চন্দ্ৰ চৌধুৰীয়ে সেইবোৰৰ হিচাব লিখিছিল। চৌধুৰীয়ে তাইৰ সতে অলপ চুপতি, বাহ্যিক আলাপ-প্ৰলাপ কৰিবৰ কাৰণেই সোনকালে তাইক বিদায় দিয়া নাছিল। তাইক দেৰী কৰি ৰাখিছিল চৌধুৰীয়ে।

চন্দ্ৰ চৌধুৰীয়ে অৱশেষত ভাবিলে, আৰু সেইদৰে কিমান দিন তেওঁ চিৰকুমাৰ হৈ থাকিব? ভনীয়েক অনুৰাধাৰ অতীতৰ প্ৰেম-স্মৃতিবোৰ লৈ অন্তৰখনত আৰু কিমান জুই জ্বালি থাকিব? গতিকে তেওঁ ভাবিলে—অদৃষ্টত যি আছে তাকেই হব। তেওঁ সেই বাগানতে বনুৱা-কন্যা চামেলিয়াকে শাস্ত্ৰ-সম্মতৰূপে বিয়া কৰিব। আৰু

অনুৰাধাৰ প্ৰেমৰ বিষাক্ত স্মৃতিবোৰ চামেলিয়াক লৈয়েই তেওঁ সকলো পাহৰি যাব। তেওঁ আৰু বহুদিনলৈ অপেক্ষা নকৰে।

সৌমীনদত্তই তাৰ বাগানত চন্দ্ৰ চৌধুৰীৰ নিচিনা এজনে—এটা সুন্দৰ যৌৱন এৰি অহা লোকে আকৌ চামেলিৰ নিচিনা এজনী প্ৰফুল্ল গাভৰুৰ নতুন প্ৰণয়লৈ যে আকৌ উলটি চাব সি কোনোদিনেই অনুভৱ কৰিব পৰা নাছিল। সৌমানে সেই বিষয়ে কোনো ভ্ৰূক্ষেপকে কৰা নাছিল।

চামেলি মাতৃহাৰা। পিতাক আছে। সেই বাগিছাৰে এজন নগণ্য বনুৱা।

শিৱসাগৰ জিলাৰ যি বছৰ মহামাৰি কলেৰা আৰম্ভ হয়—যি বছৰ উৎপলাইঁতৰ ঘৰৰ তিনিটা ভাই-ভনীৰ সেই মহামাৰিতে মৃত্যু হ'ল—সেইবছৰতে সেই মহামাৰি কলেৰাত এই বনুৱা বেৰেকতে চামেলিৰ মাকৰো মৃত্যু হয়।

সৌমীন দত্তৰ সেই বাগানেই চামেলিৰ আৰু তাইৰ পিতাকৰ একমাত্ৰ জীৱিকা-নিৰ্ব্বাহৰ সম্বল।

চাওঁতে চাওঁতে অতি সোনকালেই বাগানৰ ভিতৰত কেইবাটাও অপ্ৰিয়-অপ্ৰত্যাশিত ঘটনাই ঠাই পালে। বাগানৰ চাহঘৰৰ অফিচৰ চাকৰিয়ালসকল, তিৰোতা, কুলী-মজুৰিসকলো হতবিস্ব হৈ পৰিল। হঠাৎ বাগানখনত অতৰ্কিতে কিবোৰ যে হৈ গ'ল কোনেও তভিবই নোৱাৰিলে।

বাগানৰ বয়োবৃদ্ধ চৰ্দ্দাৰ দুখী যশোৱাৰা। মাদ্ৰাজৰ ভিজিগাপট্টমৰ পৰা ৺মুকুন্দমাধৱৰ দিনতে অসমলৈ অহা দুখী যশোৱাৰা। সি সদল বলে আহি পোন প্ৰথমেই লাহৰীচাং বাগানতেই বনুৱা কাম কৰিছিলহি। দুখী যশোৱাৰাৰ বাগানৰ প্ৰতি শ্ৰদ্ধা আৰু একান্ত কাৰ্য্য-মনোনিৱেশ দেখি কিছু দৰমহা বঢ়াই দি ৺মুকুন্দমাধৱ দত্তই তাঁক বনুৱাসকলৰ ওপৰত চৰ্দ্দাৰ নিযুক্ত কৰিছিল। এই দুখী

যশোৱাৰাই বাগানত সৰ্পে দংশন কৰা আটাইকেইজন লোককেই তাৰ চাওঁতালী মন্ত্ৰেৰে পুনৰ্জ্জীৱন দিছিল। এনেকি স্বয়ং মালিক ৺মুকুন্দ-মাধৱ দত্তক তেওঁৰ বাংলাৰ দাঁতিৰ গোমফেটীসাপে দংশন কৰাত যশোৱাৰাই তাৰ অব্যাৰ্থ ধন্বন্তৰী মন্ত্ৰেৰে তেওঁকো মৃত্যুৰ হাতৰপৰা ৰক্ষা কৰি আনিছিল। এনেকুৱা এটা দৈৱ-দুৰ্ঘটনা সৌমীন দত্তই নিশ্চয় কেতিয়াও পাহৰা নাই—অথবা নেপাহৰে।

সিদিনা অলপতে কোনো কাৰণ নোহোৱাকৈ নিৰ্দ্দোষী-নিৰপৰাধী দুখী যশোৱাৰাক সৌমীনে কিয় চৰ্দ্দাৰপদৰপৰা বৰখাস্ত কৰিলে। আৰু তাৰ ঠাইত অধিক দৰমহা দি কিয় মোহন মাঝিক সেই চৰ্দ্দাৰ পদত নিযুক্ত কৰা হ'ল? বাগানৰ ভিতৰত ফুু-ফাকৈ বাগানৰ চা-চাকৰিয়াল কুলা-মজুৰি সকলোৰে মাজত এটা আলোচনাৰ আলোড়ন উঠিবলৈ ধৰিলে। ব্যক্তিগতভাৱে প্ৰকাশ্যে সৌমীনৰ আগত কিন্তু কবলৈ কোনেও সাহ কৰিব নোৱাৰিলে।

দ্বিতীয়তে—বাগানৰ উত্তৰ-পূব প্ৰান্তৰ বনুৱা বেৰেকৰ নিলগত আকৌ সকৰৈ এটা টিনৰ ঘৰ সজা হ'ল কিয়? তাৰ কাৰণ কি! সেই ঘৰৰ আৱশ্যকতাৰ তত্ত্ব কোনেও উলিয়াব পৰা নাছিল। বনুৱাবিলাক আচৰিত হৈ গ'ল। তাতোকৈ বাগানৰ জনতা আৰু আচৰিত হৈ উঠিল যিদিনা সেই টিনৰ ঘৰত গৈ মোহন মাঝি নতুন চৰ্দ্দাৰৰূপে প্ৰৱেশ কৰিলেগৈ।

৺মুকুন্দমাধৱ থকা দিনতো চৰ্দ্দাৰ দুখী যশোৱাৰাক সুকীয়াকৈ কোনো টিনৰ ঘৰ সাজি দিয়া নাছিল। সমস্তবোৰ সাধাৰণ বনুৱাৰ দৰে চালত মাটিৰ খাপ্‌ৰা দিয়া এটা সুদীৰ্ঘ বেৰেকতে যশোৱাৰাও বুঢ়া হ'ল আহি।

অযথা অকাৰণে বয়োবৃদ্ধ দুখী যশোৱাৰাক চৰ্দ্দাৰপদৰপৰা বৰ্খাস্ত কৰি তাৰ ঠাইত এজন নগণ্য বনুৱা মোহন মাঝিক চৰ্দ্দাৰ পদত নিযুক্ত কৰা আৰু সেই মোহন মাঝিক সুকীয়াকৈ টিনৰ ঘৰ সাজি দি সুন্দৰ-

ভাৱে বসবাস কৰিবলৈ দিয়াত বাগানত তলে তলে বনুৱা-বিদ্ৰোহ আৰম্ভ হৈ পৰিল।

বাগানত অতৰ্কিতে অলক্ষ্মীয়ে দেখা দিলে আহি।

সৌমীন দত্ত কলঘৰত গৈ কাৰ্য্যৰত হৈ থকা অৱস্থাত বাগানৰ কেবাজনো বনুৱা মুনিহ-তিৰোতা আহি কেবাদিনো সৌমীনৰ কদৰ্য্য দুঃচৰিত্ৰৰ বিষয়ে বাংলাত আহি উৎপলাৰ আগত গোচৰ দি গৈছেহি।

দুখা যশোৱাৰা চৰ্দ্দাৰপদৰপৰা পদচ্যুত হোৱাৰ পিছতে সিও তাৰ গৃহিণী জান্‌কী আৰু ১২ বছৰীয়া ল'ৰা মতিক লৈ বাংলাত আহি উৎপলাৰ ওচৰ পাইছিলহি। উৎপলাই অকাৰণ সেই পদচ্যুতৰ নিবেদনবোৰ দুখী যশোৱাৰাৰ মুখে একাণপতিয়াকৈ শুনি গ'ল। তাৰে ভিতৰত যশোৱাৰাৰ একাষাৰ কথাই উৎপালৰ বুকুত জুই তুলি দিলে—সি যেতিয়া কৈ গ'ল এক মৰ সাহসেৰে উৎপলাৰ সম্মুখত— "মাইজী, তুম্‌হাৰ মালিক হামাৰ মাফিক চৰ্দ্দাৰকে চৰ্দ্দাৰি বৰ্‌খাস্ত্ না কৰিবেতো কৰিবে কাকে! হামাৰ ঘৰেতো সেৰকম জোৱান লেৰ্‌কী ন্হেহি আছে মায়ী!"

দুখী যশোৱাৰাৰ এইখিনি কথা শেষ হওঁ-নহওঁতেই আদ্‌বয়সীয়া তিৰোতা জান্‌কীয়েও বুকু ডাঠি কৈ গ'ল উৎপলাৰ আগত—"হামাৰ ঘৰে জোৱান লেৰ্‌কী ৰহিলেভি, তব্‌ভি তুম্‌হাৰ মৰদেৰ মতন ঐৰকম লুৎসা লোককে হামাৰ দৰজায়ভি যেতে দেবে ন্হেহি। হামিলোক কুলীমানুষ—গৰীব আছে, লেকিন্ হামাদেৰ ইজ্জৎ গৰীৱ ন্হেহি আছে মায়ী।"

উৎপলাৰ দুখী যশোৱাৰা আৰু জান্‌কীয়ে আহি বাংলাত কৈ যোৱা সেই কেইআষাৰ কথা তাইৰ যেতিয়াই মনত পৰি যায় তেতিয়াই তাইৰ অন্তৰখন একেবাৰেই কিবা হৈ যায়। তাই তাইৰ সেইখন সংসাৰ একেবাৰে কিবা এক দুদিনীয়া ধূলি-ধেমালিৰহে বুলি বিশ্বাস হৈ পৰে।

বহুচিন্তাৰ পিছত তাই অন্তৰৰ উত্তৰ শুনিবলৈ পায়—"দুখী যশোৱাৰা জান্‌কীহঁত তেনেই গৰীব মানুহ। আৰু তাতে সৌমীনৰ বাগানতে কুলীকাম কৰি জীৱিকানিৰ্ব্বাহ কৰা লোক। এনে ক্ষেত্ৰত নিজা মালিক এজনৰ বিৰুদ্ধে যি কোনো মিছা অপবাদ সিহঁতে ৰটিবলৈ কেতিয়াও সাহ কৰিব নোৱাৰে। গতিকে যশোৱাৰা জান্‌কীহঁতে তাইৰ আগত কৈ যোৱা কথাৰ একৰতিও মিছা হব নোৱাৰে। আৰু তাইৰ অন্তৰৰ প্ৰবৃত্তিয়েও মানি লবলৈ বাধ্য হৈছিল তাকেই।

তাই আৰু ভাবে তাই সৌমীনৰ বিবাহিতা সহধৰ্ম্মিণী। তাই তাইৰ নিজ স্বামীৰ চৰিত্ৰ সংশোধন নকৰিলে জগতত আৰু কৰিব কোনে? তাই দৃঢ়সংকল্প হৈ পৰিল যে তাই নিজে আত্মবলি দি হলেও তাই স্বামীক নৰকৰপৰা স্বৰ্গলৈ তুলি নিব। তাই তাইৰ সকলো স্বাৰ্থ ত্যাগ কৰি হ'লেও কলঙ্ক-অপবাদৰপৰা সৌমীনক ৰক্ষা কৰিব।

এনেকুৱা কেঁচা-সংসাৰ এখন ইমান সোনকালে এন্ধাৰ হৈ আহিব ধৰিছে, এনেকুৱা এক স্নেহৰ উজ্জ্বল জোনালিও টুকুৰা-টুকুৰি ক'লা মেঘবোৰেৰে বিশৃঙ্খল হৈ নামি আহিছে; তাই বুকুত বল বান্ধিলে। তাই সৌমীনক নিশ্চয় ফিৰাই আনিব।

তাই আকৌ ভাবে—তাই নাৰী; বাগান পৰিচালনা বিষয়ে তাইৰ কোনো অভিজ্ঞতা নেথাকিলেও—কিন্তু, তাইৰ নিজ-স্বামীক পৰিচালনা কৰা সম্বন্ধে তাইৰ অভিজ্ঞতা থাকিবই লাগিব।

বাগানৰ কলঘৰ আৰু বাগানৰ কৃষিক্ষেত্ৰবোৰ পৰিদৰ্শন কৰি বাংলালৈ ফিৰি আহে সৌমীন। কিন্তু দেখা নেপায় আগৰ দৰে উৎপলাৰ সেই প্ৰফুল্ল আননখনি।

তাইৰ নয়নদুটিটো যেন এই বৰ্ষা আহে—আহে। কিন্তু কিয়?

সৌমীনে তাইক কিবা সুধিছে জানো?

নাই—সোধা নাই। তাইক একো সোধা নাই। তাৰ অপৰাধী

অন্তৰখন তাইক কিবা সুধিবলৈ দুৰ্ব্বল ভীৰু হৈ পৰিছে। তাইক দেখিলেই সৌমান নিজে নিজেই অপৰাধী যেন হৈ পৰে।

বাংলাঘৰটোৰ ভিতৰত সৌমীন আৰু উৎপলা; উভয় স্বামী-স্ত্ৰীৰ মাজত কিবা এটা অশান্তিৰ নিখুঁত বৰ গোঁ-গোঁৱনি শব্দমুখৰ হৈ যেন বাজি ৰ'ল।

উৎপলাই তাইৰ আঠ বছৰ সংসাৰ-ইতিহাসৰ পৃষ্ঠাত দেখা পালে সৌমীনৰ অন্তৰৰ প্ৰতিচ্ছৱি। তাই জীৱনত যি ভুল কৰিলে তাৰ বাবে তাই নিজেই নিজেকে ধিক্কাৰ দিবলৈ ধৰিলে। তাৰ বাহিৰে তাইৰ জীৱনৰ অন্য আৰু সংশোধনেই বা আছে কি!

———

## ০ অষ্টমী

ইলাক্ষীৰ নও বছৰ।

তেতিয়ালৈকে তাই হৰনাথ শইকীয়াৰ তলতেই পৰি আছে।

এইয়া এতিয়া উৎপলাৰ অগ্নি-পৰীক্ষা।

তাইৰ এতিয়া আৰু অন্য একো নাই। কেনেকৈ তাই তাইৰ স্বামী সৌমীনৰ চৰিত্ৰ সংশোধন কৰিব সেয়ে হ'ল তাইৰ জীৱনৰ মহাব্ৰত। তাই শিক্ষিতা। স্বামী বিপথে গ'লেও তেওঁক সুপথে ফিৰাই অনা তাইৰেই যে কৰ্ত্তব্য। স্বামী-স্ত্ৰীৰ গৃহ-সংসাৰৰ সি যে এটা প্ৰকৃত নীতি—প্ৰকৃত ধৰ্ম্ম। তাই নিৰুপায় হ'লেও যি কোনো উপায় অৱলম্বন কৰি হ'লেও তাই তাইৰ সৌমীনক তাইৰ বুকৰ মাজলৈ আনিব লাগিব। জগতত দুৰ্ব্বাৰ যৌৱনৰ উত্তাল উৰ্ম্মিত ভুল নকৰে কোনে? মানুহৰ ভুল প্ৰতি পদে পদেই হয়। সৌমীনে হয়তো ভুল কৰিছে। তাৰ সংশোধন নাই জানো? এইবোৰ কথাকে ভঙা-পতা কৰি তাইৰ সংসাৰখনৰ বিশৃঙ্খল ঘন মেঘবোৰ তাই পাতলাবলৈ ধৰে।

বিপদ নাহে কাৰ? সুখ-দুখ লৈয়েই সংসাৰ। সুখৰ সুৰভি মাজতো থাকে দুখৰ দুৰ্গন্ধ। অৱশ্যে সেই দুখ মানুহৰ চিৰকাল থাকে

জানো ? দৈৱৰ প্ৰসন্ন দৃষ্টিত এদিন মেঘ ফৰকালে হৈ যায়।

তাই ভাবে আৰু বহু কথা।

সেইয়া বিছনাতলৰ খালি পৰি থকা নানা ধৰণৰ বটলবোৰ।

হঠাৎ সেইবোৰ চকুত পৰিলে তাইৰ বুকুখন আকৌ ভাগি পাতল হৈ যায়; অন্তৰৰ সাহ আৰু সংকল্প সকলোবোৰ অন্তৰতে ম্ৰিয়মান হৈ কঁপি উঠে।

সেইয়া কত ৰকমৰ ব্ৰাণ্ডী হুইচ্কিৰ বটল। কোনোদিনে কাণে নুশুনা নাম নজনা সেইবোৰ বটল। পাৰ্ফেক্‌ছন্, হাউছ অব্ লৰ্ড্, ডিয়াৰ, ব্লেক্-নাইট, ক্ৰেইজ-ব্ৰাণ্ড্, হোৱাইট্লেবেল, টৰ্চ্চ্ ব্ৰাণ্ড্ কত কিযে নামৰ অন্ত নাই। দেখিলে কোনো এখন ফাৰ্ম্মাচীতে বেচিবলৈ আনি সংৰক্ষণ কৰা বিবিধ ঔষধ-পাতিৰ বটলবোৰ যেনহে অনুমান হয়।

উৎপলাই বিশেষকৈ এটা স্থিৰ মীমাংসাত আহি উপনীত হৈছিলহি। তাই যদি সৌমীনক কেনেবাকৈ কেনেবাকৈ মদ এৰুৱাব পাৰে তেন্তে বন্মুৱা-বেৰেকৰপৰা শুনা কদৰ্য্য দুৰ্ণামৰ পৰাও তেওঁক আত্মৰক্ষা কৰিব পাৰিব।

তাই কিন্তু বন্মুৱাসকলে দি যোৱা গোচৰ-অভিযোগ ঘুণাক্ষৰেও মিছা বুলি নেভাবে অথবা তাইৰ অন্তৰেও তিলমাত্ৰ তাক উপেক্ষা নকৰে। প্ৰবৃত্তিতকৈ তাই প্ৰমাণ উচ্চ বুলি নেভাবে।

ভাবি ভাৱি কেতিয়াবা কেতিয়াবা তাই আকৌ বিহ্বল হৈ পৰে। তাইৰ অন্তৰখনত দুৰ্ব্বলতা ভৰি যায়। আহে মনে মনে ধিক্কাৰ। কয় মনে মনে—তাই সৌমীনৰ এইখন বিৰাট ঐশ্বৰ্য্যৰ সংসাৰলৈ কিয় আহিছিল ? তাইব নিচিনা এক মধ্যবিত্ত পৰিয়ালৰ ছোৱালীৰ বাবে এক বিশাল ঐশ্বৰ্য্য-বিভূতিৰ মাজলৈ সোমাই অহা তাইৰেই ভুল হৈছে। তাই কিয় আহিল ? কেনেকৈ আহিল ? বাগানৰ কুলী-মজুৰিৰ গাভৰু ছোৱালীৰ প্ৰতি সৌমীনৰ বেপৰোৱা নিৰ্ভীক কামনা

পৰিতৃপ্তিলৈ চাই তাই ভাবে—সৌমীনে তাইকো মাত্ৰ দুদিনৰ কাৰণেহে সাময়িকভাৱে সংসাৰ কৰিবলৈ লৈ আহিছে।

নহয়—তাইক তাইৰ দুৰাদৃষ্টইহে লৈ আহিছে সৌমীনৰ কাষলৈ—সমাজৰ এক কদৰ্য্য কলঙ্কৰপৰা আত্মৰক্ষা কৰিবৰ কাৰণে। সৌমীনৰ কাষলৈ তাইক মাত্ৰ আনিলে দুৰ্ভগীয়া ইলাক্ষীয়ে।

সেইদিন।

চাহপাতৰ কলঘৰৰপৰা সেইদিনা সৌমীন বেলা ৩ বজালৈকে আহি ঘৰ পোৱাহি নাই। উৎপলাইয়ো নেখাই-নবৈ তাইয়ো আছে সৌমীনলৈকে বাট চাই।

সেইদিনা কলঘৰসংলগ্ন বাগানৰ অফিচত দেখা দিলে আহি কোনোদিন কোনোকালে নেদেখা-নোপজা এক বিৰাট অভাৱনীয় দৃশ্য। এটা দীঘল শোভাযাত্ৰা। পূবপ্ৰান্তৰ বস্তুৰা বেৰেকৰপৰা পশ্চিমৰ কলঘৰ অভিমুখে অহা এখন দীঘল প্ৰছেচন। প্ৰছেচনৰ আগত পদচ্যুত চৰ্দ্দাৰ দুখী যশোৱাৰা, আৰু তেওঁৰ জোৱাঁয়েক চুৰ্কা। সেইদিনা বাগানৰ দৰমহাধাৰী চাহবনুৱাসকলৰ কাজ-কৰ্ম্ম তেওঁলোকে নিজেই বন্ধ কৰিছে। একপ্ৰকাৰ মালিকৰ বিৰুদ্ধে ধৰ্ম্মঘট। ল'ৰা, ডেকা, গাভৰু, বুঢ়া-বুঢ়ী ইত্যাদিৰে এক বিৰাট জনতা। প্ৰছেচনৰ মাজে মাজে কিছুমানৰ হাতে হাতে ৰঙা নিচান। মুখত সমবেত বিদ্ৰোহধ্বনি। "শ্ৰমিক মজদুৰ এক হ'। ইনকিলাব্ জিন্দাবাদ্। হামাদেৰ দাবী মান্‌তে হোবেক্।"

সেই দুপৰীয়া জনতাৰ জয়ধ্বনি আৰু প্ৰছেচন কলঘৰৰ দূৰৈৰে পৰাই সৌমীন দত্ত আৰু ম্যানেজাৰ চন্দ্ৰ চৌধুৰীয়ে শুনিলে আৰু দেখিলে।

সৌমীন দত্তৰ বুকুখনত কিবা এটা আলোড়নে উগুল-থুগুল কৰিব ধৰিলে। সি তাৰ বাগানত তেনে দৃশ্য কোনোদিনে কোনোকালে দেখা নাই। সি তাৰ বাংলালৈ সোনকালে আহিব খুজিও নাহিল।

সি চাই যাব। বাগানৰ মজদুৰসকলৰ সেই বিদ্রোহ-অভিযোগৰ প্ৰধান কাৰণবোৰ সি শুনি যাব। তাকে ভাবি সৌমান বৈ গ'ল।

বনুৱাবোৰৰ প্ৰছেচনৰ জনতাই কলঘৰ ঘেৰাও কৰি থিয় দিলেহি। তেতিয়াও তাত সিহঁতৰ উচ্চৈস্বৰে সেই শ্লোগান বাৰম্বাৰ ধ্বনিত হৈ উঠিল।

জনতাৰ মাজৰপৰা দুখী যশোৱাৰা আগুৱাই ওলাই আহিল। হাতত এখন দৰ্খাস্তৰ কাগজ লৈ নিৰ্ভীকভাৱে সি সৌমীন দত্তক নমস্কাৰ কৰি হাতত দিলেহি।

অফিচ ৰুমত ওচৰাওচৰিকৈ এখন টেবুল সম্মুখত লৈ দুখন চকীত সৌমীন দত্ত আৰু চন্দ্ৰ চৌধুৰী বহি আছিল। কলঘৰৰ চৌদিশে প্ৰছেচনৰ জনতা নিস্তব্ধ।

দুখী যশোৱাৰাৰ হাতৰপৰা সৌমীন দত্তই দৰখাস্তখন গ্ৰহণ কৰাৰ লগে লগেই সি চন্দ্ৰ চৌধুৰীক দিলে পঢ়িবলৈ। বনুৱাসকলৰ হঠাৎ কি আপত্তি অভিযোগৰ কাৰণ হৈ উঠিল সি শুনিব। ধৈৰ্য্য সহকাৰে সি শুনি যাব।

চন্দ্ৰ চৌধুৰায়ে মুকলি কাগজখন অলপ জোৰে পঢ়ি সৌমীনক শুনাই যাবলৈ ধৰিলে, দৰ্খাস্তখন অসমীয়াতে লিখা হৈছিল।

লাহৰীচাং বাগান

বনুৱাবেৰেক

মহামহিমাৰ্ণৱ শ্ৰীল শ্ৰীযুক্ত স্থানীয় লাহৰীচাং বাগানৰ উত্তৰাধিকাৰী মালিক মহোদয় সমীপেষু—

শ্ৰদ্ধেয় মালিক, আপোনাৰ লাহৰীচাং বাগানৰ নিঃকীন বনুৱাসকলৰ একান্ত নিবেদন এই,—

এই বাগানৰ দুখীয়া বনুৱাসকলে আজি বহুকালধৰি আপোনাৰ দেউতাকৰ দিনৰেপৰাই এই বাগানত জীৱিকানিৰ্ব্বাহ কৰি আহিছে।

(১) বৰ্ত্তমান দেশৰ কঠোৰ অৰ্থনৈতিক দিনত বাগানৰ হাজিৰাদাৰ বনুৱাসকলৰ পক্ষে বৰ্ত্তমান নিৰিখ কৰা দৰমহাৰ ধন শ্ৰমিকসকলৰ পক্ষে বৰ শোচনীয় হৈছে। গতিকে হাজিৰাদাৰ শ্ৰমিক-সকলৰ দৈনিক বেতন পূৰ্ব্বৰ বেতনতকৈ অন্ততঃ শতকৰা পঞ্চাশ ভাগ বৃদ্ধি কৰক।

(২) তদ্ব্যতীত দেশৰ সকলো চৰকাৰী বে-চৰকাৰী অনুষ্ঠান প্ৰতিষ্ঠানবোৰত কৰ্ত্তৃপক্ষই মৰগীয়া বানচ দিয়াৰ দৰে এই বাগানৰ শ্ৰমিকসকলোকো উক্ত মৰগীয়া বানচ ন্যায্যমতে দিয়াৰ আদেশ হয় যাতে।

(৩) ইয়াৰ বাহিৰেও দৰমহাধাৰী বনুৱাসকলে বাগানত বৰ্ত্তমান পুৱা ৭ বজাৰপৰা গধূলি ৬ বজালৈকে দিনে ১১ ঘণ্টাকৈ কাম কৰিছে; সেই কাৰ্য্যৰ ১১ ঘণ্টাৰ পৰিবৰ্ত্তে ৮ ঘণ্টালৈ পৰিবৰ্ত্তন কৰা হ'ক। অৰ্থাৎ পুৱা ৭ বজাৰপৰা মধ্যাহ্ন ১২ বজালৈ আৰু ২ বজাৰপৰা আবেলি ৫ বজালৈ।

বনুৱাসকলৰ উক্ত তিনিদফা নিবেদন শ্ৰদ্ধেয় দয়ালু মালিকে দয়া কৰি মানি লৈ বনুৱাসকলৰ অৰ্থ-সমস্যা টনকিয়াল কৰিবলৈ আৰু পৰিশ্ৰমৰ মাত্ৰা দৈনিক আঠঘণ্টাকৈ মানি লবলৈ সকাতৰে অনুৰোধ জনোৱা হৈছে। বনুৱাসকলে সদাশয় মালিকৰপৰা এমাহৰ ভিতৰতে উক্ত আবেদনৰ ন্যায্য আদেশ জাৰি কৰিব বুলি প্ৰাৰ্থনা কৰা হ'ল। ইতি—

বিনীত

শ্ৰীদুখী যশোৱাৰা আৰু

আজিৰ দিনৰ এই শোভাযাত্ৰাৰ জনতা গয়ৰহ

চন্দ্ৰ চৌধুৰীয়ে পঢ়ি যোৱা দৰ্খাস্তৰ আদ্যোপান্ত শুনি সৌমীন দত্তৰ গোটেই গাটো গৰম লাগি উঠিল। তাৰ মুখমণ্ডল ঘামি গ'ল। সি

আনকি সেই বিষয়ে তেতিয়া চন্দ্ৰ চৌধুৰীকো একো সুশুধিলে, আনকি কোনো পৰামৰ্শও নললে। খঙতে গাটো কঁপিবলৈ ধৰিলে সৌমীনদত্তৰ।

কিছুপৰ্ৰ পিছত সি গোটেই বনুৱা-জনতাকে তাৰ কাষলৈ মাতি আনিলে। সকলো নিস্তব্ধ। সেই সময়ৰ বাবে নিষ্কৃতি পাবৰ কাৰণে সি মাত্ৰ বনুৱাসকলক প্ৰবোধ দিলে। সি সিহঁতৰ দৰ্খাস্তত লিখা আপত্তি-অভিযোগ কেইটা অনতিপলমে বিচাৰ কৰি সিহঁতক জানিবলৈ দিব।

বনুৱা জনতা তাকে শুনি লাহে লাহে ছত্ৰভঙ্গ দিলে। সিহঁত সেইদিনাৰ কাৰণে নিজ নিজ ঘৰ অভিমুখে ৰাওনা হৈ ফিৰি আহিল। বাটত আহোঁতে দুখী যশোৱাৰাৰ স'তে বনুৱাসকলে সিহঁতৰ ভাষাত আৰু কি কত কৈ আহিল কোনে জানে ?

এই পৰিস্থিতিত চন্দ্ৰ চৌধুৰীয়ে অন্তৰে অন্তৰে যি ভাবি উঠিছিল সি মাত্ৰ নিজেই জানিছিল।

বাগানৰ অন্যান্য কেৰাণী মহৰি আদিয়ে ভাবি উঠিছিল যে বনুৱা-সকলৰ এই আন্দোলনত তেওঁলোকো যেন জড়িত হৈ আছে। কাৰণ বনুৱাসকলৰ অৰ্থসমস্যাৰ দাবীত তেওঁলোকো সেই বাগানৰে একোজন শ্ৰমিক।

নানা গোলাগোপা কথাৰে সৌমীন দত্তৰ অন্তৰখন ভৰি গধুৰ হৈ গ'ল। সি তাৰ ৫৫১৭ নং গাড়ীখনেৰে আহি তাৰ বাংলা পালেহি। বাংলাৰ ওপৰ মহলাত উঠি গৈয়েই সি তাৰ মদখোৱা ৰুমটোলৈ সোমাই গ'ল। তেতিয়া সিহঁতৰ ওৱালঘড়ীটোত প্ৰায় তিনি বাজো বাজো হৈছেহি। অপেক্ষাৰত উৎপলাও তাৰ লগে লগে গ'ল। বেলা বহু হৈ গ'ল। তাই সৌমীনক ভাত খাবলৈ অশেষ কাকুতি-মিনতি কৰিও মাতি আনিব নোৱাৰিলে। মনৰ কিংকৰ্ত্তব্যবিমূঢ় বেজাৰত সি খুলি ললে মদৰ বটল। আৰু উৎপলাৰ অনুৰোধ মিনতি দলিয়াই

দি অপৰ্য্যাপ্ত মদ্যপান কৰিবলৈ ধৰিলে। উৎপলাই তেতিয়াও সৌমীনৰ হাতখন ধৰি অনুৰোধৰ সুৰত তাক ভাত খাবলৈ মিনতি কৰিয়েই থাকিল। "আহক—ভাত খাওকহি,—উঠক"! তাই চকুপানী মচিলে।

সৌমীনে প্ৰত্যুত্তৰত—মাত্ৰ তাইকে আগতেই খাবলৈ ক'লে। সি কিন্তু অলপ পিচতহে খাব।

উৎপলাই কিন্তু তেতিয়াও নেমানিলে।

দুই তিনি গিলাচমান মদ খোৱাৰ পিছত সৌমীনে দোপ্ দি উঠি একেচাবে ওৱাৰড্ৰপত থোৱা দুইনলীয়া বন্দুকটো উলিয়াই দিবলৈ চিঞৰি চিঞৰি দয়াৰামক মাতিলে।

বাংলাৰ তলমহলাৰপৰা সৌমীনৰ দেউতাকৰ দিনৰ, প্ৰকৃততে ভৃত্য নহলেও, একপ্ৰকাৰ গৃহৰক্ষী দয়াৰাম বেগেৰে চিৰি বগাই ওপৰলৈ উঠি আহিল।

দয়াৰামক দেখামাত্ৰকে সৌমীনে কৈ উঠিল—দয়া, বন্দুক চাফা কৰিছিলি?

হয় সৰু দেউতা। তোমাৰ বন্দুক মই কেতিয়াবাই চাফা কৰি থৈছোঁ—ক'লে দয়াৰামে।

বন্দুকটো উলিয়াই দে।

এই অসময়ত বন্দুক লৈনো তুমি ক'লৈ যোৱা সৰু দেউতা?

কথা নকবি যা। সৌমীনে অলপ ৰোষান্বিতভাৱে কৈ গ'ল।

সৌমীনৰ তেনে প্ৰকৃতি দেখি দয়াৰামে আৰু কোনো উত্তৰোত্তৰ নকৰাকৈ ওৱাৰড্ৰপটোৰ কাষলৈ গুচি গ'ল। সি ওৱাৰড্ৰপটো খুলি বন্দুকটো আনি সৌমীনৰ হাতত দিলেহি।

উৎপলা অধীৰ হৈ উঠিল। সেই ফাগুণ মাহ। শুকান শুকান জগতখন। সেই খাঁ-খাঁ ৰ'দখনত—ভাত নাই, পানী নাই, কেৱল মদ কেৱল মদ। আপুনি বন্দুক লৈ যায় ক'লৈ?

বন্দুক লৈ মানুহ ক'লৈ যায় তুমি নেজানা উৎপলা। চীনা যুদ্ধলৈ নহয়! চিকাৰলৈ যাওঁ।

চিকাৰলৈ যায়—য'লৈ যায়, ভাত খাই য'ক—আৰু মোকো খাব দিয়ক। আপোনাৰ এনে নিচা অৱস্থাত মই আপোনাক কেতিয়াও চিকাৰলৈ যাব দিব নোৱাৰোঁ। উত্তৰিলে উৎপলাই। ফাগুনৰ এই হুৰাদিন হুৰাবতৰ। আপুনি যাব নোৱাৰে।

মোৰ প্ৰগ্ৰেম আছে উৎপলা। মই যাব লাগিব—মই যাম।

সৌমীনৰ অৱস্থা দেখি ভয়তে দয়াৰামে একোকে মাতিব নোৱাৰিলে ; জঠৰ হৈ সি থিয় হৈ থাকিল মাটিৰ এটা প্ৰতিমূৰ্ত্তিৰ দৰে।

উৎপলাৰ সকলো অনুৰোধ ব্যৰ্থ হৈ গ'ল। সৌমীনে তাৰ ক'লাকোটটো আল্‌নাৰপৰা টান মাৰি আনি পিন্ধি ললে। কোটৰ বাহিৰৰ দীঘল জেপ দুটাত ব্ৰাণ্ডীৰ বটল সুমাই ললে। গিলাচটো আৰু বন্দুকটো হাতত লৈ দপ্‌দপাই তললৈ নামি আহিব ধৰোঁতেই উৎপলাই আকৌ দয়াৰামক কলে—দয়া, ক'লৈ যায়, তুমিও লগত যোৱা। মোৰ আদেশ।

উৎপলাৰ কথাত ঘপৰাই সৌমীনে কৈ উঠিল। দয়াৰামক লগত নিব লাগে নেলাগে মই জানো। সেইটো মোৰ কৰ্ত্তব্য। তোমাৰ নহয় উৎপলা। আজিৰ নিমিত্তে দয়াৰামক গাড়ীত মোৰ কোনো প্ৰয়োজন নাই।

তেতিয়া বেলা প্ৰায় ৪ বাজি গৈছে। সৌমীনৰ মটৰ সোঁ-সোঁ কৈ বসুৱাবেৰেক অভিমুখে ৰাওনা হৈ গুচি গ'ল। উৎপলা আৰু দয়াৰামে মটৰখন দৃষ্টিগোচৰ হোৱালৈকে চাই ৰ'ল ওপৰ মহলাৰপৰা।

উৎপলাৰ আৰু কিবা খাব-বৰৰ ইচ্ছা যাব নে?

তাই আহি অসহায়ৰ দৰে বিছনাখনত পৰি সেই অশান্তিময় গৃহস্থীখনৰ কথাকে ভাবিবলৈ ধৰিলে।

---

## ০ নৱমী

ভো—ওঁ—ত—ভাঁ—ত! ৫৫১৭ নম্বৰ গাড়ীখনৰ এটা সঙ্কেত-ধ্বনি!

সেইয়া মোহনমাঝিৰ ঘৰৰ দৰজা-সমুখত সৌমীনদত্তৰ মটৰ।

সৌমীন দত্ত আৰু নেনামিল।

গাড়ীৰ হৰ্ণ শুনি পিন্ধি-উৰি সাজি-কাচি থকা চামেলি আহি গাড়ীৰ পাছৰ চিতত বহিব খোজোঁতেই সৌমীনে তাইক তাৰ ড্ৰাইভিং চিতৰ বাওঁহাতে বহিবলৈ কলে। সিয়েই দৰজা খুলি দিলে। তাই এটা বৃথা চঞ্চলতাৰে আহি থেকেচ্ মাৰি তাৰ কাষতে বহিলহি।

গাড়ী দ্ৰুতবেগে গুচি গ'ল।

মোহনমাঝিয়ে মাত্ৰ জীয়েক চামেলিয়া সৌমীন দত্তৰ কাষতে বহি গাড়ীত ৰাওনা হৈ যোৱাই দেখা পালে।

সৌমীন দত্তই বস্নুৱা-বেৰেকৰ ঠাইডোখৰ গাড়ীৰে ধূলি উৰাই বিজুলীসঞ্চাৰে আহিবলৈ চেষ্টা কৰিলে। বস্নুৱা-বেৰেক পাৰ হৈ সি গাড়ীখন মন্থৰগতিত চলাই আহিল। আৰু তাৰ কাষতে বহা চামেলিক সি পূৰ্ণ হেঁপাহেৰে চাবলৈ ধৰিলে। সেইয়া তাই সুন্দৰ উঠন খোপা

বান্ধি আহিছে; সৌমীনদত্তই দিয়া বেনাৰসী শাৰী-ব্লাউজযোৰ পৰিপাতিকৈ নিপিন্ধিলেও তাইৰ দেহৰ অঙ্গবোৰে নিজেই যেন সুচাৰুৰূপে গাটো সামৰি লৈছে। যি পিন্ধে তাকেই মনায় তাইক।

সৌমীনৰ সুৰাপানৰ আনন্দত তাৰ অন্তৰত আৰু এক আনন্দ-উল্লাস ভৰি আহিল।

সেইদিনাই গাড়ী লৈ ৰাতিপুৱা সৌমীন বন্নুৱা-বেৰেক পৰিদৰ্শনত আহোঁতেই মোহনমাঝিৰ আগতে সৌমীনে চামেলিয়াক মাতিছিল আবেলিকৈ তাৰ বাংলালৈ। উৎপলাৰ কৰা-ধৰাত অসুবিধা বুলি সৌমীনে তাইৰ আগত কৈছিল ঘৰৰ ইখন-সিখন খুচুৰা-খুচুৰি কামৰ কাৰণেই উৎপলাই তাইক লৈ যাবলৈ কৈছে বুলি, সৌমীনে পুৱাতে তাইক কৈ গৈছিল। সেইমতে সি নিজে আবেলিকৈ গাড়ী লৈ আহিব; আৰু তাইক গধূলিৰ আগে আগেই গাড়ী দি আকৌ ঘৰত থৈ যাবহি। ইমানেই আছিল তাইৰ আৰু তাইৰ পিতাক মোহন মাঝৰ আগত কোৱা সৌমীনৰ কথা।

চামেলিও সৌমীনৰ কথাত প্ৰত্যয় গ'ল। তাই মালিকণী উৎপলাৰ কাষলৈ আহিব। তাইৰ অন্তৰত এটা নতুন উল্লাসে ভৰি আহিল।

বন্নুৱা-বেৰেকৰপৰা সৌমীন দত্তৰ বাংলা মাত্ৰ ছয় ফাৰ্লংমান দূৰ। মটৰেৰে মাত্ৰ কেইমিনিটমানৰ ৰাস্তা। তথাপি অতপৰেও সিহঁত আহি বাংলাকে পোৱাহি নাই। ৰাস্তাটোতো বাংলালৈ যোৱা অহা ৰাস্তা নহয়। মিনিটৰ পিছে মিনিট ধৰি গাড়ী ক্ৰমাৎ চলি যাবলৈ ধৰিলে। মনটোতে অলপ সন্দেহ সন্দেহ লাগি আহিল চামেলিয়াৰ। তাই ইমান পৰে একো কোৱা নাছিল যদিও এইবাৰ তাই কবলৈ বাধ্য হ'ল, ছোট্টবাবু, এ তুমি হামাকে কোথায় আনিয়াছে। এৰাস্তাটো তুমহাৰ্ বাংলাৰ ৰাস্তা নেহি।

সৌমীনে চলন্ত গাড়ীৰ ষ্টিয়াৰীং ধৰি অলপ মিচিকিয়াই হাঁহিলে

মাত্ৰ। সি চামেলিৰ কথাৰ কোনো উত্তৰ নিদিলে। গাড়ী ক্ৰমাৎ চলি গৈ থাকিল।

এটা নিৰ্জ্জন ঠেক্ ৰাস্তাইদি গাড়ী কেবা মাইলো অতিক্ৰম কৰি গ'ল। চামেলিয়ে ধিপ্ ধিপ্ বুকুখনেৰে আকৌ সৌমীনক অনুৰোধৰ সুৰত সুধিলে, হামাকে তুমি কোথায় লিবে বাবু। বল্না—তুমি হামাকে সত্যি কথা বল্ বাবু! তুমি চাৰাব পিয়ে, কিজানি কোন যায়গায় বেহুঁচ হইয়া যাবে। তখন হামি একেলা কি কৰিবে বাবু! হামিতো জেনেনা আছে।

ভয় নকৰিবা চামেলি। মই বেহুঁচ হোৱা নাই—ঠিকেই আছোঁ। গাড়ী চলালে মই বেহুঁচ হৈ মদ নেখাওঁ নহয়।

তবে—হামাকে কুথায় আনিছে তুমি?

তোমাক মই চিকাৰলৈ আনিছোঁ চামেলি। লগত মই বন্দুক আনিছোঁ। আৰু অলপদূৰত গৈ হৰিণ চিকাৰ কৰিম।

তুমি হৰিণ চিকাৰ কৰিবে? হামি জেনানা মানুষ, হামি এখানে কি কৰিবে বাবু।

মুখৰ চিগাৰেটটো দলিয়াই দি সৌমীনে কলে, চামেলিয়া, অৰণ্যৰ চিকাৰ তুমি কোনোদিন দেখা নাই। এনেকুৱা নীৰৱ নিৰ্জ্জন অৰণ্যত চিকাৰ কিযে আনন্দ, কিযে তৃপ্তিদায়ক তাকে তোমাক দেখুৱাবলৈ মই লৈ আহিছোঁ মেলিয়া।

তবে তুমি হামাকে মিথ্যা কথা বলিয়া আনিলে কেন? তুমি বলিয়াছ যে তুমহাৰ ঘৰৌনী উনি হামাকে বলাইছি। তুমি এত বড় একটা মিথ্যা বাত বলিয়া হামাকে এসব যায়গায় আনিলে কেন ছোট্টবাবু? হামাৰ বাবা জানিবেতো হামাকে কি বলিবে। আউৰ তুম্হাৰ ঘৰেৰ লছ্মী একথা জানিবেতো তুম্হাকে বলিবে কি!

চামেলি, সেইবোৰ ভৱিষ্যতৰ কথা সৌমীনদত্তই একতিলমাত্ৰও নেভাবে।

না, ছোট্টবাবু, হামাৰ বড্ড ভয় কৰে। হামি যেন জোৱান লেৰ্কী আছে বাবু।

গাড়ী থামিলগৈ। সেই সংকীৰ্ণ ৰাস্তাটোত মটৰ আৰু যোৱা একেবাৰে অসম্ভৱ। এজোপা দীঘল শিমুলগছৰ তলত গাড়ীখন ৰাখিলগৈ। দূৰলৈ গাড়ী সিফালে আৰু কোনোমতেই নেযায়। যাবও নোৱাৰে।

সৌমীনে বটলৰপৰা আৰু দুইগিলাচমান মদ তৃপ্তি ভৰাই খাই-ল'লে। এটা বটল একেবাৰে খালি হৈ গ'ল। বাকী আধাখোৱা মদৰ এটা বটল আৰু গিলাচটো সি গাড়ীতে এৰিলে। পিছৰ ক্যাৰিয়াৰৰপৰা বন্দুকটো বাওঁহাতে লৈ সোঁহাতেৰে চামেলিৰ হাতধৰি সি নিৰ্জ্জন অৰণ্যৰ ভিতৰলৈ পদব্ৰজে যাই থাকিব ধৰিলে।

চামেলিয়ে মাত্ৰ হাতত লৈ গৈছিল তিনি ব্যাটেৰীৰ টৰ্চ্চ্-লাইট্‌টো।

সৌমীনে চামেলিক হাতত ধৰি লৈ গৈ থাকিল বহুদূৰ।

ফাগুন মাহ।

ওচৰ আৰু দূৰৈৰ কিংশুকবোৰ ৰঙা ৰঙা হৈ ফুলি উঠিছে। নাম নজনা কত বনৰীয়া সৰু সৰু তৰুলতাবোৰেও দিছে সিহঁতৰ সৰু সৰু ফুলবোৰ। গোটেই অৰণ্যখনতে কুঁহি কুঁহি পাত-ফুলে থোৰ মেলি মেলি উঠিছে। এটা নতুন শ্যামল জ্যোতি। গোটেইখন হাবিয়নিতে ৰি—ৰিকৈ এছাটি উষ্ণ বতাহে গোটেই বননিখনকে এটা উষ্ণমৃদু আলোড়ন তুলি দিছে। এটা মিঠা মিঠা বনগন্ধ। বননিৰ সুৰভিআপ্লুত এটা চঞ্চল মাদকতা। জিলিৰ জা নাই কাউৰীৰ কা নাই। নিস্তব্ধ!

সন্ধ্যা শেষ হৈও কিছুপৰলৈ সিহঁত দুয়ো তাতে কটালে। সৌমীনে চিকাৰ পালে জানো? সেইয়া—তাৰ অযত্নৰ ব্যৰ্থতা মাত্ৰ!

লাহে লাহে নিশা লাগি আহিল। বননিৰ চতুৰ্দ্দিক এন্ধাৰে ঘেৰি

ধৰিলেহি। সেই এন্ধাৰত সৌমীন আৰু চামেলি। সিহঁত দুয়োও যেন হেৰাই নাইকীয়া হৈ গ'ল তাতেই।

ৰাতি প্ৰায় ৯ মানেই বাজিল।

নাই—ইমান ৰাতিলৈকে চামেলি নাই। ঘৰলৈ তাই নোযোৱাত হাতত এটা হাৰিকেন লেম লৈ মোহন মাঝি আহি ওলালহি সৌমীনৰ বাংলাঘৰত। তেনেকৈ তলত মোহন মাঝিক দেখি দয়াৰামে ওপৰত খবৰ দিলেগৈ উৎপলাক। পিন্ধি থকা মুগাৰ মেখেলা আৰু বগা চাদৰখনৰে ওৰণিখন ঠিক-ঠাক্ কৰি লৈ তললৈ নামি আহিল উৎপলা দত্ত। ভৰিত তাইৰ কমদামী চেণ্ডেলযোৰ। তলমহলালৈ চিৰি নামি অহাৰ সময়ত তাই পিচুৱাই টেবুলখনৰ টাইম্-পিচ ঘড়ীটোলৈ এবাৰ চাই পঠিয়ালে। ৯ বাজি ৩ মিনিট।

চিৰিয়েদি তললৈ নামি আহোঁতে তাই মনে মনে ভাবি আহিল এই ইমান ৰাতিখন মোহন মাঝি কি কথা লৈ বাংলালৈ আহিল। কোনো গুৰুতৰ কথা লৈয়েই সি আহিছে নিশ্চয়। তাইৰ মনটো গুদ্-গুদাই থাকিল।

মোহন সচৰাচৰ আহি বহা বেৰৰ কাষৰ দীঘল বেঞ্চখনতে বহি আছে। মোহনক দেখামাত্ৰে উৎপলায়েই আগে আগে মাত লগালে। ইমান ৰাতি তুমি ক'লৈ আহিলা মোহন?

মোহনে উত্তৰ দিয়ে—ছোট্টবাবু বাংলাতে কি নাই মাইজী?

কিয়? উৎপলাই উৎকণ্ঠাৰে সুধিলে।

হামাৰ বেটী চামেলিয়া আসিয়াছে। ছোট্টবাবুৰ গাড়ীতে তুমহাৰ কাছে। চামেলিয়াকে তুমিনা ডাকিয়া পাঠাইয়াছিলে। বেলা চাৰ বাজি মহনত বাবুৰ মৰ্টৰে তুমহাৰ বাংলাতে আসিয়াছিল। তুমি কি নাজান মাঈ।

উৎপলা বহু অসমীয়া, বঙালী নভেল-নাটক পঢ়া ছোৱালী। তাই ঘটনাটো তৎক্ষণাত আয়ত্ত কৰি পেলালে। আৰু অন্তৰৰ উমাই

অহা জুইকুৰা সংযত ৰাখি কিঞ্চিৎ হাঁহিমুখে কথা ধাকি মোহনৰ আগত তাই কৈ যাব ধৰিলে। মোহন, চামেলিক বেলাতে বাংলালৈ ময়েই মাতি পঠাইছিলোঁ। তোমালোকৰ ছোটবাবুক গাড়ীখন দি ময়েই পঠাইছিলোঁ। আমাৰ ৰান্ধনি ল'ৰাটোৰো জ্বৰ। বুজিছা। কৰা ধৰা বৰ কষ্টই হৈছে। যাহ'ক, তাই অহাত মোৰ কিছু উপকাৰেই হ'ল।

বেটী কি এখন এখানে নাই ?

আমাৰ এখেত গধূলি এটা খবৰ পাই আমাৰ শিৱসাগৰৰ ঘৰলৈ গৈছেগৈ। তাত খুড়াদেউ-খুড়ীদেউৰ হেনো বৰ জ্বৰ। গতিকে গাড়ীত তেওঁ লগতে আমাৰ ঘৰলৈ চামেলিকো লৈ গৈছে। আহিব।

ৰাততো বহুত হুইছে মাইজী।

আহিব। তুমি একো চিন্তা নকৰিবা মোহন। লগত বাবু আছে যেতিয়া তোমাৰ ভাবিবৰ একো নাই নহয়। আহিলে তাইকতো একেবাৰে তোমাৰ ঘৰতে মটৰেৰে পৌছাই দিহে আহিবগৈ।

ভালো মাইজী।

তুমি যোৱা গৈ যোৱা মোহন। এন্ধাৰ ৰাতি। তোমাৰ হাৰিকেনটো জ্বলাই লোৱা।

দয়াৰাম কাষতে থিয় হৈ থাকি ইমান পৰ তেওঁলোকৰ কথা-বাৰ্ত্তা-বোৰ শুনি হতভম্ব হৈ গ'ল মনে মনে। সি আৰু তাত কৰই বা কি ?

মোহনে তাৰ হাৰিকেন লেমটো জ্বলাই লৈ উৎপলাক নমস্কাৰ দি লাহে লাহে ঘৰ অভিমুখে প্ৰস্থান কৰিলে।

উৎপলাৰ নিৰ্দ্দেশমতে বাংলাৰ তলতালাতে দুৱাৰমুখত তুলখন পাৰি বহি থাকিল দয়াৰাম সৌমীনদত্তৰ অপেক্ষাত।

বুকুত এনে এটা গধুৰ বেদনা লৈ উৎপলা ওপৰ মহলালৈ উঠি গ'ল যে তাই যেন চিৰি কেইখন কোনোমতে ভৰি দি উঠি যাব নোৱাৰিলে।

ইলাক্ষী শুইছে। তাই আঠুৰাখন ভালকৈ তৰি দিলে। ইলাক্ষীক বুকুত সাবতি লৈ ভাবিবলৈ ধৰিলে তাইৰ আধাপোৰা সংসাৰখনৰ কথা। তাই নিজৰ স্বামীক আত্মৰক্ষা কৰিবৰ কাৰণে মোহন মাঝিক এটা গুৰুতৰ ফাঁকি দিবলগায়া হ'ল। সৌমীনদত্ত মদৰ বটল লৈ চাবি বজাতে গাড়ী লৈ ওলাই যোৱাৰ প্ৰকৃত কাৰণ আৰু তাইৰ বুজিবলৈ বাকী নেথাকিল। হয়তো সৌমীনে চামেলীক গাড়ীত লৈ কোনোবা নিৰ্জ্জন কিছুদূৰ ঠাইলৈকে গুচি গৈছেগৈ।

তাই তাক বেছি ভয় কৰিছিল—কিজানি সৌমীনে অতিৰিক্ত নিচাৰ ফলত ক'ৰবাত কেনেবাকৈ পৰি থাকে। কিজানি কোনো দুৰ্ঘটনা হয়। তাইৰ কি আৰু নিদ্ৰা আহে? বন্ধুৱাসকলে বাংলাত আহি আকাৰে ইঙ্গিতে কৈ যোৱা কথাবোৰ তাইৰ অন্তৰত আৰু উজ্জ্বল হৈ উঠিল সেইদিনা!

সেই অন্ধকাৰ হাবিয়নীৰ মাজত সৌমীনৰ ঘড়ীটোত যেতিয়া চাবে আঠ বাজি অতিক্ৰম কৰি গৈছিল, টৰ্চ্ লাইটতোৰ পোহৰে পোহৰে সৌমীন আৰু চামেলি দুয়ো আহি সিহঁতে মটৰ থৈ যোৱা নিৰ্দ্দিষ্ট ঠাই পাইছিলহি। সৌমীনৰ তেতিয়া মদৰ নিচা অতিৰিক্ত হৈ পৰিছিল। চামেলিয়ে ধৰি ধৰি তাক লৈ আহিল। সি আগৰদৰে চামেলিক কাষতে বহুৱাই লৈ গাড়ীখন যেনে তেনে চলাই লৈ আহিবলৈ ধৰিলে। সৌমীন-চামেলি দুয়ো অবসাদগ্ৰস্ত। ক্লান্ত।

ৰাতি ৯ বাজি যোৱাৰ পিছত সৌমীনে চামেলিয়াক দি গ'লহি ঘৰত। মোহনে তাইক অইন কথা একো নুসুধিলে। তাইৰ দেহ ক্লান্ত। তাই বিচনাখনত পৰি গলহি।

দয়াৰামে দূৰৈৰপৰাই সৌমীনৰ গাড়ীখনৰ লাইট দেখা পালে। বাংলাৰ তলৰ ডাঙৰ খোলা পোৰ্টিকোটোত আহি সৌমীনৰ গাড়ী ৰলহি।

দয়াৰাম উঠি গাড়ীৰ কাষলৈ গ'ল।

সৌমীনে গাড়ী বন্ধ কৰি অযথা "দয়া" বুলি তাক মাত দি ঢলং পলং কৈ চিৰিয়েদি ওপৰ মহলালৈ উঠি গ'ল।

দয়াৰামে গাড়ীৰ ওপৰত ত্ৰিপালখন টানি টুনি ভালকৈ ঢাকি দিলে।

সৌমীনে আৰু কাকো একো নেমাতি মুবুলি তাৰ পালেংখনত দীঘল হৈ ধেৰ-মেৰ দি পৰি গ'ল। উৎপলা আছিল জাগি।

প্ৰায় ১৫ মিনিটমান পিছত উৎপলাই লাহেকৈ নিজ বিছনাৰ আঠুৱাখন দাঙি ওলাই আহিল। সৌমীনৰ বিছনাকাষলৈ। পুৱাৰপৰা সেই পৰলৈকে ভাত-পানী নাই। তাই সৌমীনক গাত ধৰি বহুপৰ জগালে। সৌমীন ক্লান্ত। একেবাৰে ক্লান্ত! যেন এটা প্ৰকাণ্ড শিলক লৰাবলৈ অসীম পৰিশ্ৰম কৰি সি একেবাৰে অৱসাদগ্ৰস্ত হৈ পৰিছেহি। উৎপলাৰ বৃথা চেষ্টা। সৌমীন মুঠিল। তাই লাহে লাহে সৌমীনৰ ভৰিৰ জোতা-মোজাবোৰ খুলি দিলে। হাতৰ ঘড়ীটো খুলি টেবুলত থৈ দিলে। পকেটৰ চিগাৰেট দিয়াচেলাইবোৰ উলিয়াই থলে। সৌমীন নিশ্চিন্ত হৈ আৰু আৰামত টোপনি গ'ল। আঠুৱাখন তাৰ ভালকৈ তৰি দিলে তাই।

উৎপলাই বুকুত একুৰা জুই লৈ নিজৰ বিচনালৈ আহিল। ইলাক্ষীক বুকুত লৈ কিবাবোৰ ভাবি ভাবি টোপনি নেযায় তাইৰ। ভাববোৰ আহে। তাইৰ বুকুখন উত্ৰাৱল কৰি গুচি যায়। দিনৰ পিছত দিন মাহৰ পিছত মাহ এনেকৈয়ে তাইৰ শেষ হৈ যায়।

---

## ○ দশমী

লাহৰীচাং বাগানত দুই দিশৰপৰা দুই বিড়ম্বনা আহি ঠাই লৈছিলহি। মাজত চামেলিয়া।

বাগানৰ মূল মালিক সৌমীন্দ্ৰকুমাৰ দত্তই চামেলিৰ প্ৰেম-বাঞ্ছা কৰাৰ ফলত মেনেজাৰ চন্দ্ৰ চৌধুৰীৰ সৌমীনৰ ওপৰত জ্বলি উঠিল প্ৰেমৰ এক অগ্নিদীপ্ত বিদ্ৰোহানল। তেওঁ বিচাৰিছিল কেনেকৈ সৌমীনৰ হাতৰপৰা চামেলিক উদ্ধাৰ কৰিব; তাৰ পৰিবৰ্ত্তে তাইক তেওঁৰ চিৰকালৰ কাৰণেই নিজৰ কৰি লব পাৰে।

চন্দ্ৰ চৌধুৰীৰ চামেলিৰ প্ৰতি প্ৰণয়াসক্তিৰ কথা উৎপলা আৰু সৌমীনদত্তৰ একেবাৰে অজ্ঞাত আছিল। এই বিষয়ে সিহঁতে চন্দ্ৰ চৌধুৰীক প্ৰেমাসক্ত ভাবিবলৈ কোনো কাৰণেই দেখা নেপাইছিল।

চন্দ্ৰ চৌধুৰীয়ে বিশেষকৈ আৰু ভাবিছিল—সৌমীন এখন বিৰাট বাগানৰ মালিক, আৰু তেওঁ হৈছে তাৰেই বাগানৰ অৰ্থভোগী চাকৰিয়াল। সৌমীন সদ্যবিবাহিত। তাৰ কাৰণে আকৌ চামেলিয়াৰ প্ৰয়োজন কি! এগৰাকী বিবাহিতা তিৰোতাক ঘৰত মাত্ৰ গৃহলক্ষীৰূপে ৰাখি বাহিৰত সি বিচাৰিছে নতুন ৰমণীসঙ্গ। বোধকৰোঁ তাৰেই প্ৰতিক্ৰিয়াই দেখা দিছেহি বাগানত বন্ধুৰা-বিদ্ৰোহ!

দুখী যশোৱাৰাক বিনা কচুৰে যিদিন চৰ্দ্দাৰ পদৰপৰা পদচ্যুত কৰি সৌমীনে মোহন মাঝিক চৰ্দ্দাৰ পদত নিযুক্ত কৰিলে, সেইদিনাই চন্দ্ৰ চৌধুৰীয়ে অন্তৰে অন্তৰে বুজি উঠিছিল সৌমীনদত্তৰ পাপ-অভিলাষ! চন্দ্ৰ চৌধুৰীয়ে সৌমীনক বনুৱা বেৰেকৰ টীনৰ ঘৰ নিৰ্ম্মাণ দেখিয়েই ভাবি উঠিছিল, টীনৰ ঘৰ দত্তই মোহনৰ নিমিত্তে সজা নাই, সাজিছিল মাত্ৰ চামেলিৰ কাৰণেহে।

মুঠতে চন্দ্ৰ চৌধুৰীয়ে চামেলিক পাবলৈ বহু জল্পনা-কল্পনা কৰি ৰ'ল।

আনফালে উৎপলাই চামেলিৰপৰা নিজৰ স্বামী সৌমীনক কেনেকৈ একাষৰ কৰি নিজৰ বুকুলৈ চপাই নিব পাৰে তাৰে যত্ন চেষ্টাত ৰাতিদিন চিন্তা আৰু চেষ্টা কৰিবলৈ ধৰিলে। সৌমীনক চামেলিৰপৰা প্ৰেমোচ্ছেদ নকৰা পৰ্য্যন্ত তাই কেতিয়াও শান্তিৰে থাকিব নোৱাৰে। তাইৰ ঘৰত বনজুইৰ ফিৰিঙতি আহি গোটেই ঘৰেই দাবানলৰ সৃষ্টি কৰি পেলাইছেহি। তাইৰ জীৱনৰ মহাব্ৰত হৈ পৰিল—চামেলিক কেনেকৈ সৌমীনৰপৰা উচ্ছেদ কৰিব পাৰে।

উৎপলাই সৌমীনদত্তৰ সংসাৰখনত এতিয়া কিবোৰ বিভীষিকা দেখি উঠে তাই নিজেই জানে।

সৌমীনদত্তক বনুৱাবেৰেকত মদ্যপান কৰাৰপৰা বিৰত কৰাতো দূৰৰ কথা—আনকি নিজৰ বাংলাতো মদখোৱাত উৎপলাই কোনো মতেই বাধা দিব পৰা নাই। আৰু চামেলিৰ প্ৰণয়াসক্তিৰপৰাই বা তাক তাই ফিৰাই আনিব কেনেকৈ? ইত্যাদিবোৰ বদ্ধমূল নৈৰাশ্যৰ কথা ভাবি ভাবি তাই বিহ্বল হৈ যায় আৰু দূৰ ভৱিষ্যতৰ অন্ধকাৰবোৰলৈ ভাবিবলৈ তাই বাধ্য হৈ পৰে।

সৌমীন পুৰুষ। স্বাধীন। পিতৃধনে ধনী। ধনে-ধানে ভূ-সম্পত্তিৰে অগাধ সা-সম্পত্তিৰ মালিক। তাৰ দুখ বা অভাৱ ক'ত! সি এজনী নহয় দহজনীকো ৰাখিব পাৰে। বিশাল ধন-সম্পত্তিৰ

ওপৰত চিৰকাল সুখ-ভোগৰ আধিপত্য যে আছে তাৰ।

উৎপলা—তাই নাৰী। পৰ্দ্দাতলৰ পৰাধীনা। তাইৰ নিজা অৰ্থ-সম্পত্তি ক'ত? একো নাই। যি অলপ পিতৃ-সম্পত্তি আছিল তাইৰ তাকো তাই বিয়াৰ সময়ত বেচি-কিনি শেষ কাৰ থৈ আহিছে। তাইৰ একো নাই। আছে মাত্ৰ তাইৰ দুৰ্ভগীয়া পোনাজনী। আৰু আছে মাত্ৰ তাইৰ জীৱনত স্বোপাৰ্জ্জিত অসমীয়াৰ মাষ্টাৰ ডিগ্ৰীতো। এম. এ. ক্লাছত তাই পঢ়ি আহিছিল—"সুখৰ সুৰভিতে থাকে দুখৰ দুৰ্গন্ধ।" এই এটা কথাৰ লাইনেই তাইক কেতিয়াবা কেতিয়াবা অলপ ধৈৰ্য্য অলপ সান্ত্বনাৰ কাষলৈ ফিৰাই লৈ আহে মাথোন।

সৌমীনে আজি তাইক সঁচাই-মিছাই কোনো অন্যায় অপৰাধেৰে অপৰাধী কৰিলে—তাৰ বিচাৰ তাত কৰিব কোনে? বিহিত বিচাৰ কৰাৰ মানুহ আছেই বা কোন? অৰ্থৰ গোলামীত সকলোবোৰ তেওঁৰে ক্ৰীতদাস। অৰ্থৰ অহঙ্কাৰত তেওঁ নিজে মহা অপৰাধে অপৰাধী হ'লেও—তেওঁৰ সাতখুন মাফ্।

আৰু উৎপলা? তাই সৌমীনৰ কাষত বিন্দুমাত্ৰ অপৰাধী হ'লে? হয়তো উৎপলাই সেইদিনাই তাৰ শাস্তি গ্ৰহণ কৰিবলৈ যূপকাষ্ঠৰ বলিৰ ছাগশিশুৰ দৰে সাজু হৈ থাকিব লাগিল হয়। সেইদিনা হয়তো অৰ্থৰ গোলামীখতাবোৰে উৎপলাক বিনা বিচাৰেই অপৰাধী সাব্যস্ত কৰিব। তাৰ প্ৰতিফল হয়তো উৎপলাই তদ্দণ্ডে শিৰ পাতি গ্ৰহণ কৰিব লাগিব।

এইবাৰ তাই সকলো দুৰ্ভাৱনাবোৰ নেওচি বুকুত সাহ বান্ধি ল'লে। এইবাৰ তাই আশ্ৰয় কৰিলে নিজভাগ্যকে। তাই সৌমীনক ইমানদিনে তাৰ কলঙ্ক-কুকাৰ্য্যবোৰৰ কথা মুখ ফালি কবলৈ সাহ কৰা নাছিল। কেৱল আকাৰে ইঙ্গিততেহে তাক বুজাবলৈ চেষ্টা কৰিছিল।

এইবাৰ তাই কিন্তু তাইৰ অদৃষ্টকে লব। আৰু নিজ অদৃষ্টৰ ওপৰতে ভৰসা কৰি তাইৰ নিজ স্বামীক অপ্ৰিয় সত্য হ'লেও

খোলাখুলিকৈ সকলো কথা কৈ দিব। তাৰ বাগানৰ কদৰ্য্য কলঙ্কৰ পৰা তাক সংশোধন কৰিবলৈ কব। তাতে যদি তাইৰ ভয়ঙ্কৰ দুৰাদৃষ্টৰ কলামেঘ দেখা দিয়ে আহি তাকেই তাই স্বামীৰ হাতৰ পৱিত্ৰ নিৰ্ম্মালি বুলি গ্ৰহণ কৰিব।

বিধাতাৰ কি বিড়ম্বনা।

এফালে চন্দ্ৰ চৌধুৰী—আনফালে উৎপলা দত্ত। মাজত চামেলিয়া। চন্দ্ৰ চৌধুৰী চামেলিয়া-বিৰহী। উৎপলা সৌমীন-বিৰহিনী!

———

## ০ একাদশী

ইলাক্ষীৰ জ্বৰ।

কিছুদিনৰপৰাই তাইৰ জ্বৰ। জ্বৰৰ কোনো ঠিক নাই। হঠাতে কেতিয়াবা এই এৰে, আকৌ হঠাতে কেতিয়াবা আকৌ ১০৩।১০৪ হয়তো পায়গৈ। তেনে এখন ভিতৰুৱা অঞ্চলত তেনে উপযুক্ত ডাক্তৰৰো চিকিৎসাৰ ব্যৱস্থা নাই। তাই কিবাজনী হৈ গৈছেগৈ। ভিতৰে ভিতৰে উৎপলাৰ লগত সৌমীনৰ অলপ খোতামোজা লাগি থকাৰ গতিকেই সৌমীনে তাইৰ ব্যৱস্থাদি লবলৈ তেনে যত্ন লোৱা যেন দেখা নগৈছিল।

আষাঢ় মাহ।

বাহিৰে ঝিম্ ঝিম্ অনিৰ্ব্বাৰ বৰষুণ। বাহিৰত কাৰো ক'তো শব্দ নাই। গোটেই পৃথিৱী বৰ্ষা-ক্লান্ত।

সেইদিনা দিনৰ প্ৰায় ১২ মান বজাৰপৰাই জ্বৰ উঠিছে ইলাক্ষীৰ। জ্বৰ এৰা নাই। নিশা ৯ বজালৈকে তালপাতৰ বিচনীখন হাতত লৈ তাইক বিচি বিচি বহি আছে উৎপলা। মাজে মাজে মূৰৰ ভিজা পটীতো তাই নতুনকৈ ভিজাই ভিজাই দি আছে ইলাক্ষীৰ কপালখনত।

ৰুমটোৰ ভিতৰত ইখন সিখন কৰি গৃহ-ৰখীয়া হৈ আছে একমাত্ৰ দয়াৰাম।

সিহঁতৰ টেবুলৰ টাইমপিচ্ ঘড়ীটোৱে ঘণ্টা ঘণ্টা অতিক্ৰম কৰি যাব ধৰিছে। কিমান বাজিল ? নিশা ৯ বাজি ৩ মিনিট।

ইলাক্ষী একেবাৰে সংজ্ঞাহীন। ঘন-ঘনকৈ তাই লৈ আছে বুকুত মাত্ৰ উশাহটো।

উৎপলাই ভাবিলে—জ্বৰ বোধকৰোঁ তাইৰ বেছিকৈয়ে উঠিছে। তাই থাৰ্ম্মোমিটাৰটো কেইবাৰমান ভালকৈ জোকাৰি সঠিক কৰি লৈ লাহেকৈ যত্ন কৰি কাষলতিৰ তলত সুমাই দিলে ইলাক্ষীৰ। এক মিনিটমান পিছত তাই লেম্‌টোৰ পোহৰত ভালকৈ চালে। দুই পইণ্ট্ কম—এশ পাঁচ। তাইৰ অন্তৰখন ভয় আশঙ্কাৰে ভাৰ পৰিল। তাই দয়াৰামৰ স'তে ইলাক্ষীৰ মুৰত সযত্নেৰে কেইমগমান পানী ঢালি তাইক মচি দিলে।

ইমান ৰাতি। বাহিৰে বৰষুণ। দয়াৰামৰ বাহিৰে ঘৰত আৰু প্ৰাণী এটাও নাই। তাই কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিল। সৌমীন আবেলি চাবি ৰজাতে ওলাই গৈছে। খোজকাঢ় গৈছে। গাড়ী নাই। গাড়ী টাউনত ভাল কৰিব দিয়া আজি পাঁচদিন হ'ল। গাড়ী বোধকৰোঁ ভাল হোৱা নাই হবলা এতিয়াও। ইলাক্ষী জ্বৰত বিছনাত পৰি থকা তেওঁ নিজেই দেখি গৈছে। তাকে জানি তেওঁ অলপ সোনকালে অহাহলেও। কি কৰা যায়। সৌমীনক বিচাৰি এবাৰ তাই দয়াৰামকে পঠাই দিব নেকি ? এই ৰাতিখন—এই বৰষুণ ! তেওঁক বিচাৰি দয়াৰামক তাই পঠাব বা ক'লৈ। গধূলি গধূলি তেওঁ গৈ কোনো বন্ধু-বান্ধৱৰ ঘৰত আড্ডামৰা ঠাইবা তাত আছে ক'ত ? বন্ধু-বান্ধৱেই বা তেওঁৰ আছে কোন ? ক'লৈ পঠোৱা যায় !

সৌমীনক আজিকালি উৎপলাই যি কোনো কথাতে সজভাৱে

ভাবি লবলৈ টান পায়। গতিকে তাইৰ প্ৰবৃত্তিয়ে ভাবি লৈছিল এটা ধাৰণা। ইমান ৰাতি হৈ গৈছে। তেওঁ গাড়ী লৈয়ো যোৱা নাই। ইফালে আষাঢ়ৰ অবিশ্ৰান্ত বৰষা। তেওঁ নিশ্চয় চামেলিৰ তাত। নহলে ইমান ৰাতি তেওঁবা আৰু যাব ক'লৈ? তাইৰ মনৰ দৃঢ়বিশ্বাস সেয়ে।

তাই এবাৰ দয়াৰামকো এনেই সুধি চালে। তেওঁ ক'লৈ যোৱা যেন অনুমান হয়। দয়াৰামেও তাইক "ঠিৰাংকৈ কোনো কথা কব নোৱাৰোঁ বুলি উত্তৰ দিলে।"

ইলাক্ষীৰ জ্বৰৰ অৱস্থা সঙ্গীন। চহৰৰপৰা ডাক্তৰ-চাক্তৰ অনাবলৈও কোনো নাই। সকলো চিন্তা-ভাৱনাৰ শেষত তাই এবাৰ সৌমীনক মোহন মাঝিৰ ঘৰলৈকে দয়াৰামক দি বিচাৰি পঠিওৱা সিদ্ধান্ত কৰিলে।

উৎপলাৰ কথামতে সেই এন্ধাৰ ৰাতিখন দয়াৰামটো বেচেৰা ওলাল! তাৰ হাতত দীঘল লাঠিদাল আৰু ছাটিতো। বৰষুণ ক্ৰমাৎ বেছি হৈছে। ঘৰত লৈ যাবলৈ হাৰিকেন লেম এটাও নাই। ৰাস্তাটোত ৰাতি ৰাতি সাপবোৰ দীঘল দি দি পৰি পৰি থাকে। ৰাতি হব বুলি জানিয়েই বোধকৰোঁ বেলাতে যাওঁতে টৰ্চলাইটতোও সৌমীনে লৈ গৈছিল হাততে।

সৌমীনক লগ পাই কি কব নকব—আদ্যোপান্ত উৎপলাৰ মুখে শুনি দয়াৰাম বিদায় হৈ আহিল বন্ধুৱা বেৰেকলৈ।

ৰাতিৰ সেই বৰষুণৰ ছয় ফাৰ্লং ৰাস্তা। তাৰ মনত যেন ছয় মাইলমান বোধ হৈছিল।

ভগা ছাটিতোৱে তাৰ বৰষুণ সৰ্ব্বাঙ্গে বোধ কৰিব পৰা নাছিল। তাৰ পিছফালখন গোটেই ভিজি গৈছে দেহি। বুঢ়া মানুহ!

দয়াৰামে পোনে পোনেই গ'লগৈ মোহন মাঝিৰ দৰজামুখলৈকে। তেতিয়া ৰাতিৰ ১০ বাজো বাজো হৈছেহি। দয়াৰামে কিছুদূৰৰপৰাই

ৰমণীকণ্ঠৰ এটি চাওঁতালী গীত শুনিবলৈ পাইছিল। তাৰ মনটোৱেও প্ৰত্যয় গৈছিল যে সৌমীন মোহনমাঝিৰ ঘৰতেই আছে। ইমান ৰাতিলৈকে চামেলিৰ কণ্ঠৰ গীতিধ্বনি। সৌমীনে নিশ্চয় মদ খাই তাতেই আমোদপ্ৰিয় হৈ আছে।

মোহন মাঝিৰ ঘৰ ঘেৰাও কৰি আছে বাঁহৰ ওখবেৰা কেইখনে। চামেলিৰ গীতত গেটৰ মুখত চিঞৰি চিঞৰি মতা শব্দ মোহন মাঝি, চামেলি অথবা সৌমীন দত্তই শুনিবলৈ পোৱা নাছিল। তাতে মোহনৰ টিনৰ ঘৰৰ বৰষুণৰ শব্দ!

চামেলিৰ কণ্ঠৰ গীত শেষ হৈ যোৱাৰ লগে লগে মোহন মাঝিয়ে শুনিবলৈ পালে বাহিৰত তাক কোনোবাই চিঞৰি চিঞৰি নাম ধৰি মাতি আছে। শুনিবলৈ পালে সৌমীন দত্তয়ো। সি আচৰিত হৈ উঠিল। এই বৰষুণৰ ৰাতি মোহনক বিচাৰি আহিছে কোন? বিষয় কি! সৌমীনে লৰালৰিকৈ মোহনক পাচিলে চাবলৈ। এই ৰাতি কোন আহিছে তাক বিচাৰি তাৰ দৰজা সম্মুখলৈ।

চামেলি বিচনাখনত সৌমীনৰ কাষতে বহি ৰ'ল। মোহন মাঝি যেনে আছিল তেনেদৰেই ওলাই আহিল। দৰজাসম্মুখত দেখে যে সেইটো দয়াৰাম। তাৰ হাতত এডাল লাঠি আৰু এটা ছাটি। সি সৰ্ব্বাঙ্গপ্ৰায় ভিজি আহিছে। মোহনে দয়াৰামক দেখি থৎমৎকৈ আগেয়েই মাত লগালে—কৌন?

দয়াৰামে ক'লে—মই দয়াৰাম।

মোহন আচৰিত হৈ উঠিল, দয়াৰাম! কাঁহাসে? এত্‌না,ৰাত্‌মে।

হয় চৰ্দ্দাৰ। মাইজীয়ে পঠাইছে।

তুম্‌কো মাইজী ভেজিছে?

দয়াৰাম দোঁহাৰি কলে—হয় চৰ্দ্দাৰ।

আচ্ছা, এত্‌না ৰাত্‌মে ছোট্টু্‌বাবু হামাৰ বাড়ীতেঁ থাকিবে এবাত মাইজীকে ক্যায়সে মালুম হুৱা দায়া।

মাইজীয়ে জানে চৰ্দ্দাৰ! বসুৱা বেবেকেৰ ভিতৰত বাবুজীয়ে তোমাকেই বৰ বেছি আপোন বুলি ভাবে। আৰু বাবুজীয়ে কেতিয়াবা বাহিৰত চাবাব খাবলৈ হ'লেও তোমাৰ ঘৰতেই আহি খায়হি। অন্য সেই নীচমানুহবোৰৰ তালৈ নেযায় নহয়। পিছে, আমাৰ সক দেউতা তোমাৰ তাত আছে নে?

হ্যাঁ-আছে। কেন?

আমাৰ মাইজীৰ ছোৱালীকণৰ সাংঘাতিক জ্বৰ উঠিছে। ঘৰত অইন আৰু কোনো নাই—ডাক্তৰ-চাক্তৰ এটা অনাবলৈকো। বাবুজী সোনকালে গৈ নেপালে ছোৱালীকণৰ বৰ বিপদেই হব যেন পাইছোঁ। আইদেউৱেও জৰুৰী কৰি মোৰ লগতেই সৰুদেউতাক মাতি পঠাইছে। তাইৰ জ্বৰ এতিয়া প্ৰায় ১০৫ ডিগ্ৰী পাইছেগৈ। যোৱা চৰ্দ্দাৰ, তেওঁক কোঁৱাগৈ তেওঁ সোনকালে আহক।

আচ্ছা—দায়াৰাম তুমি থাক। এহিখানেই থাক। হামি ছোট্টু বাবুকে তুমহাৰ সব বাত বলিয়া দেবে এখন।

নহয় চৰ্দ্দাৰ সকল কথা তুমি বলিয়া দিলেই নহব। তেওঁক ঘৰলৈ আহিবলৈ তুমি জোৰ কৰিবা। ঘৰত বৰ বিপদ—বুজিছা!

আচ্ছা—আচ্ছা। মোহন ভিতৰলৈ সোমাই গ'ল।

মোহন যোৱামাত্ৰে বৰষুণৰ এচাতি ভিজা বতাহে দয়াৰামৰ মেলাছাটিতো এবাৰ আক্ৰমণ কৰি গুচি গ'ল।

সেইটো সৌমীনৰ মদখোৱা এটা স্থকীয়া কম। মোহনৰ গৃহ-নিৰ্ম্মাণৰ সময়তেই সৌমীনে অলপ সুবিধাকৈ সেই কমতো সজাৰ প্লেন্ মিস্ত্ৰীইঁতক দিছিল। তাত সৌমীনে তাৰ ব্যৱহাৰৰ কাৰণে স্থকীয়াকৈ এখন টেবুল, দুখন চকী, এডাল আল্না আৰু এখন কমদামী খাত আনি থৈছিল। খাতৰ ওপৰত বালিচ আৰু আঠুৱা সহিতে এখন পূৰ্ণ বিছনা সিয়েই যোগাৰ কৰি ৰাখিছিল তাত। মাজে সময়ে তাৰ মদৰ আমেজৰ কাৰণে।

মোহন গ'ল। সহাৰি মাৰি সোমাই যোৱা মাত্রে সি দেখিবলৈ পালে সৌমীন খাতখনত একাতিয়াকৈ দীঘল হৈ পৰি আছে। কাষতে তাৰ আৰামকৈ মূৰ টিপি-টাপি দি পৰিচৰ্য্যাৰত বহি আছে চামেলিয়া। সৌমীনৰ মূৰ কামুৰিছে। সৌমীনে মোহনক ঘপ্‌কৈ নিজেই সুধিলে, সেইয়া কোন মোহন ?

মোহনে ক'লে, আপিলোগ্‌কে নোকৰ দায়াৰাম আছে বাবু।

দয়াৰামৰ নামটো শুনামাত্রে বাগৰি থকা সৌমীন উচপ্‌ খাই বহি পৰিল। ইমান ৰাতি। মোহনৰ দৰজামুখত দয়াৰাম! দয়াৰামে কি কৈছে মোহন।

একটা ছাতিনা হাতে কৰিয়া দায়াৰাম তুমহাকে খুঁজিয়া আসিয়াছে। হামাৰ ছোট্টু মাইজী তুম্‌হাকে তাড়াতাড়ি বলাইছি। ইলামণিকে বহুত বখাৰ লাগুইছি বলিছে।

আচ্ছা, মই ইয়াত থকা তোমাৰ ছোট্টুমাইজীয়ে কেনেকৈ জানিব পাৰিলে মোহন ?

কি জানি ভগ্‌ৱান জানে বাবু।

মিছাকথা। উৎপলা বৰ বুদ্ধিমতী তিৰোতা। তেওঁ সৌমীন দত্তক এন্‌কোৱাৰি কৰিবলৈ দয়াৰামক চি. আই. ডি. পঠাইছে এই ৰাতি তোমাৰ ঘৰলৈ। মই কেতিয়াও বিশ্বাস নকৰোঁ। আহোঁতে মই নিজেই দেখি আহিছোঁ ইলাক্ষীৰ ইমান জ্বৰ কেতিয়াও উঠা নাই। ই উৎপলাৰ গোপন চাতুৰ্য্য! মোহন, যদিও ভাবিছিলোঁ মই সোনকালে বাংলালৈ ফিৰিম এতিয়া আৰু ইমান সোনকালেও নেযাওঁ। যাম দেৰীকৈহে। মোহন, যোৱা তুমি এতিয়াই যোৱা। কোন দয়াৰাম তাক তোমাৰ দৰজামুখৰপৰা গলাত ধাক্কা দি এতিয়াই দূৰ কৰি দিয়াগৈ। যোৱা এতিয়াই যোৱা!

সৌমীনৰ সেইয়া অৱস্থা। কি দুৰন্ত গৰম। তাতে ইফালে মদৰ নিচা। ভয়ে ভয়ে মোহন ওলাই আহিল। সি কাণত

ফু-ফাকৈ দয়াৰামক আত্মৰক্ষা কাৰ কেইটামান সত্পৰামৰ্শৰে তাক তাৰপৰা বিদায় হৈ যাবলৈ ক'লে।

মোহনৰ কথাত প্ৰত্যয় গৈ দয়াৰামো ভয়ে ভয়ে তাৰপৰা উলটি আহিবলৈ বাধ্য হ'ল। এন্ধাৰ। ৰঙামাটিৰ ৰাস্তা। ভয়ানক পিছল।

মোহন পুনঃ সোমাই গ'ল। হ্যাঁ—দয়াৰাম চলিয়া গেছে বাবু। মোহন তাৰ শয়ন কোঁঠালৈ সোমাই গ'লগৈ। ঘৰৰ পুবদিশৰ প্ৰথম খোঁটালিটো। দ্বিতীয়টো চামেলিৰ আৰু তৃতীয়তো সৌমীনৰ মদৰ মছুগুলজমা আৰামী কোঁঠা।

চামেলিয়ে ঢালি দিয়া মদৰ গিলাচটো এহাতে লৈ, আনহাতে ছিগাৰেটতো ধৰি সৌমীনে মূৰতুলি অলপসময় ওপৰলৈ চাই ভাবিলে, এইয়া উৎপলাৰ এটা গোপন অনুসন্ধানৰ বাহিৰে অন্য আৰু একো হব নোৱাৰে। উৎপলাই বোধকৰোঁ চামেলিৰ স'তে মোৰ গুপ্ত প্ৰণয়ৰ কথাটো লাহে লাহে গম পাই আহিছে নিশ্চয়। নহলে এই প্ৰায় আধা মাইলৰ বেছি ৰাস্তা! ইমান ৰাতি! এই নেৰানেপেৰা বৰষুণ। নহলে দয়াৰামক দি মোক বিচাৰি পঠাব কিয়? আৰু মোহন মাঝিৰ ঘৰত থকা কথাটোৱেই বা তেওঁ জানিলে কেনেকৈ?

উৎপলাৰ সেইবোৰ কথা ভাবি সৌমীনে উপৰ্য্যোপৰি গিলাচে গিলাচে আৰু মদ খাবলৈ ধৰিলে। সৌমীনে অলপ সজোৰে মোহনক মাতিবলৈ ধৰিলে।

মোহনে তাৰ প্ৰথম শোৱা-কোঁঠালিৰপৰাই কৈ থাকে,—হামি আৰ খাবে না বাবু! হামাৰ বড্ড নিচা হয়ে গেছে।

সৌমীনে তাক আকৌ দোহাঁৰি মাতিবলৈ ধৰে। আৰু মদৰ বাগীত দুইজনে দুই কোঁঠালিৰপৰা যি ইচ্ছা তাকে কবলৈ ধৰিলে। চলিল কথোপকথন।

মোহনে কৈ যায় তাৰ শোৱা কোঁঠালিটোৰপৰাই। না ছোট্ট্ বাবু, তুঁহি চাবাব পি ৰহিছে এহি হামাৰ বহুত খুচী আছে।

হামাৰ মতন গৰীবকা ঘৰে তুম্হাৰ মাফিক্ এত্না বৰা বাবু আসিয়া চাবাব পি ৰহে, এহিসে হামাৰ আউৰ কি ভাগ আছে বাবুজী।

নহয় মোহন, ই অকলে খোৱা বস্তু নহয়। সৌমীনে এটা গিলাচত পূৰা কৈ ভৰাই এগিলাচ মদ চামেলিৰ হাতত দি পঠালে মোহনলৈ। সি মদ গিলাচ খাই খাই কবলৈ ধৰে—বাবুজী, হামিলোক ছোট্ৰুলোক আছে, তুম্হাৰ মতন বড়লোকেৰ সঙ্গে কি ৰকম হামি চাবাব পীবে। হামাৰ বহুত বহুত চৰম লাগে ছোট্ৰুবাবু।

সৌমীনে হাঁহি হাঁহি কিছু জোৰেৰে উত্তৰ দিলে। নহয়, তুমি ভুল বুজিছা মোহন। চাবাবে লাজ নলগায়। চাবাবে লাজ ভাঙেহে। সত্যযুগত অসুৰসকলেও এই সুৰাকে পান কৰিছিল। মহাকালি চামুণ্ডাই উলঙ্গনৃত্য কৰিবৰ কাৰণেই এই সুৰা আত্মাশক্তিৰো প্ৰয়োজন হৈছিল। দেশৰ অস্পৃশ্যসকলক শত শত সভা-সমিতি পাতি হেজাৰ হেজাৰ বক্তৃতাৰে স্পৃশ্যসকলৰ বুকুৰ মাজলৈ টানি নিবলৈ শ শ বছৰ ধৰি দেশত চেষ্টা প্ৰচেষ্টা চলোৱা হৈছে। কিন্তু আজিলৈকে সেই চেষ্টা দেশৰ কোনো তেনে ফলবতী হোৱা দেখা নেযায়। কিন্তু, এই চাবাবৰ প্ৰেম এনেকুৱাই যে ই-ক্ষন্তেকতে স্পৃশ্য-অস্পৃশ্যক ঘৃণ্য-অঘৃণ্যক অনাবিল প্ৰেমেৰে একাকাৰ কৰি দিয়ে। পৃথিৱীত কিবা প্ৰেম আছে যদি সেই প্ৰেম আছে চাবাবতেই।

মোহন, আজি কি বাৰ ?

আজত শুকুৰবাৰ আছে বাবুজী।

এইবাৰ ৰবিবাৰে তোমালোকৰ সাপ্তাহিক হাজিৰা নহব বুজিছা। তুমি কৈ দিবা বাগানৰ সকলোবোৰ বনুৱাকে। বাগানৰপৰা বাকী নিয়া বেপাৰী সকলৰো বাকীকৈ নিয়া চাহপাতৰ বাকী ধন বহু ওপৰলৈ উঠিছেগৈ। বাগানত বৰ্ত্তমান টকা নাই বুলিলেই হয়।

না বাবু। তুমি একাজ না কৰিবে। বাগানকে চবলোক তুমহাৰ

উপৰ তুষমন হইয়া কি ৰকম দৰখাস্ত্ দিছে। আউৰ তুমি যদি ফেৰ্ হাপ্তাহ ৰূপইয়া মাহিনা বন্ধ কৰে দেবে—তব্তো তুমহাৰ আৰো খাৰাব্ হোবে বাবুজী।

বেচ্ মনত কৰি দিছা মোহন। সিদিনা তুমিওতো গৈছিলা নহয় বনুৱাসকলৰ লগত যোগাযোগ দিবলৈ। সৌমীনৰ বিৰুদ্ধে বিদ্রোহ কৰিবলৈ।

আৰে—না—নাৰে—না—না। হামি কেন যাবে বাবু। হামি তুম্হাৰ মুন্ খাইছে দোচোৰকে গুণ কৰবে কেন? হামাৰ গলা কাটা যাবেতো তৱভি হামি ঐলোকদেৰ সাথে মিল্বে নাহি। হামি নিমকহাৰাম ন্হেহি বাবুজী।

নহয় তুমি ভুল বুজিছা মোহন। তোমালোকৰ জাতীয় সমাজ এখন এৰি তুমি অকলে থাকিবা কেনেকৈ? আৰু তোমাৰ নিচিনা মাত্র এজন বনুৱাৰ সাহায্যত ময়েইবা অকলে তোমাক লৈ অতবিলাক বনুৱাৰ বিৰুদ্ধে কি আন্দোলন কৰিম। মোহন।

কোনো সাৰি-শব্দ নাই। মোহনৰ নাকৰপৰা ঘৰ্-ঘৰ্কৈ শব্দ হব ধৰিছে। মোহন নিচালে নিদ্রাভিভূত।

সৌমীনৰ কোঁঠালিৰ বেৰৰ গজালত ওঁৰাই থোৱা হাৰিকেন লেম্টো তাৰ ভিতৰৰ ধোৱাঁৰে ক'লা হৈ আহিব ধৰিছে। সি নিস্তেজ হৈ গৈছে। হয়তো অকণমান বতাহৰ অপেক্ষাতেই সি তাৰ মৃত্যুলৈ বাট চাই আছে।

সৌমীনে লাহেকৈ ক'লে,—মেলিয়া, বাগানৰ সেইফালৰপৰা অহা হু-হুকৈ সেইয়া কিহৰ শব্দ?

সৌমীনৰ হাতখন মোহাৰি মোহাৰি চামেলিয়াই কৈ উঠিল, ঐতো বৰ্ষাকে পানী গিৰিছে ছোট্টু বাবু। আজ তুম্হাৰ গাড়ীভি ন্হেহি।

মেলিয়া, গাড়ী মই ভাল কৰিব দিছোঁ। অ, মই কেনেকৈ যাম

তুমি বোধকৰোঁ তাকেই ভাবিছা নহয় ? নাই, তোমালোকৰ ইয়াতে হয়তো ৰাতিতো পৰিয়েই থাকিলোঁ—তোমালোকৰ কিবা ক্ষতি আছে জানো ?

না বাবু—হামাদেৰ কোন লোকছান আছে। তবু তুমি যাও বাবু। আজিকেৰ মতন তুমি এক্ষুণে যাও বাবু। ইলামণি মাইৰ এত্ত জ্বৰ। তুমি এত্ত ৰাত্ আউৰ না ৰহিবে বাবু। তোমাৰ লছমী বিনাবাত্‌সে দায়াৰামকে ভেজা ন্যেহি। ৰাত্ বহুত হুইয়া গিয়াছে বাবু। তুমি ঘৰ যাও বাবু! বৰ্ষা গিৰিছে। হামাৰ বাবাকে হামি জাগাইয়ে দেবে। হামাৰ বাবা তোমাকে ঘৰ পৌছায়ে দেবে—তুমি যাও বাবু! তুমি যাও।

চামেলিৰ কথাত সোমীনৰ অন্তৰখন কিবা এক করুণাপ্লুত হৈ গ'ল। বাহিৰৰপৰা অহা এচাতি বতাহত—হঠাৎ হাৰ্ট্‌ফেল্ কৰা মানুহৰ দৰে—মুহূৰ্ত্ততে হাৰিকেনলেমটো নিৰ্ব্বাপিত হৈ গ'ল। নিস্তব্ধ! কিছুপৰ তেনেই নিস্তব্ধ!

কিছু সময়ৰ পিছত সোমীনে টৰ্চ্‌টো হাতত লৈ উঠি আহিল বিচনাৰপৰা। বাৰান্দাখনলৈ ওলাই গ'ল চামেলিয়া। সোমীনে টৰ্চ্‌ৰ পোহৰত আহি দেখিলেহি মোহনক। নিঢালে পৰি আছে সি। গাত ধৰি সি মোহনক জগাই তুলিলে। সি এতিয়া ঘৰলৈ যাব। তাৰ ইলাক্ষীৰ জ্বৰ।

তিনি নম্বৰ ৰুমৰ হাৰিকেন লেমটো মচি-কুচি আকৌ ভালকৈ জ্বলাই দিলে চামেলিয়ে। নিৰ্দ্ধাৰিত ঠাইত আকৌ থৈ দিলে তাই লেমটো।

সোমীনে টৰ্চ্ মাৰি মাৰি চাওঁতে মোহনৰ কোঁঠালিত এটা অভাৱনীয় দৃশ্য সি দেখিবলৈ পালে। এখন ফটো। আৰ্চ্চিৰ ফ্ৰেম্ বন্ধা ফটো। মোহনে মচি-কুচি ভালকৈ তাৰ নতুন ঘৰৰ বেৰৰ গজালত আঁৰাই থৈছে। টৰ্চৰ পোহৰত সেইখন ফটোত মাজত

ভৱানন্দ বৰুৱা। দুইকাষে কেইজনমান বন্ধুৱা। মাজত ভৱানন্দক লৈ তেওঁলোকে হয়তো এদিন সেইখন ফটো উঠিছিল।

মদৰ উগ্ৰৰাগীত তাত ভৱানন্দক দেখি সৌমীন আৰু উগ্ৰমূৰ্ত্তি ধাৰণ কৰিলে। সি ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে। বাগানৰ সেই ভৱানন্দ। সেই লাহৰীচাং বাগানৰ সৰ্ব্বগ্ৰাসী ধূমকেতু! সি তৎক্ষণাত একে আজোৰে ফটোখন টান মাৰি আনি জোতাৰে লঠিয়াই লঠিয়াই ভাঙি টুকুৰা-টুকুৰ কৰি পেলালে। কাগজখনো ফালি চিৰাচিৰ কৰি বাহিৰলৈ দলিয়াই দিলে। ডেম্-ননচেঞ্চ্!

সৌমীনৰ মূৰ্ত্তি দেখি তাক মনত ভাল লগাবৰ মনেৰে নিচাৰ সুৰতে মোহনে লাহে লাহে কৈ উঠিল,—ছোট্ৰুবাবু, এহি ভৱাননবাবু হামাকে বিনাকচুৰে দুইদফ্ জৰিমানা কৰিয়াছে।

সৌমীনে ক'লে—হঁা-হঁা দুইদফ্ জৰিমানা কৰিয়াছে। সেই গতিকেই ভৱানন্দক মাজত লৈ মহানন্দেৰে তোমালোকে সুন্দৰকৈ ফটো উঠিছিলা? মোহন, কাইলৈ পুৱাতে ইন্‌কোৱাৰি কৰিবাগৈ। মোৰ বাগানত এইদৰে কোনেও ভৱানন্দৰ প্ৰতিচ্ছৱি ঘৰত আঁৰি ৰাখিব নোৱাৰিব। ই মোৰ হুকুম। কাৰোবাৰ ঘৰে-দুৱাৰে আছে যদিও লৈ আহিবা। মই তাক চুৰমাৰ কৰি জুইত পুৰি ছাই কৰি দিম। ভৱানন্দ! বেইমান্! নিমক্‌হাৰাম! মোৰ পিতৃসম্পত্তিৰ কালৰাহু তই—! তোক···! সৌমীনে দাঁত কড়মড় কৰি আৰু একো কব নোৱাৰিলে।

চামেলিয়ে আহি সৌমীনক আৰু এবাৰ অনুৰোধৰ সুৰত ক'লেহি—তাৰ বাংলালৈ যোৱাৰ কথা। চামেলিৰ মুখখনিৰ মৰমলগা কথাখিনিত সৌমীন প্ৰত্যয় গ'ল। সি মোহনক লগত লৈ তাৰ বাংলালৈ ঘুৰি আহিবলৈ বিদায় হৈ আহিল।

লাঠিডাল আৰু হাৰিকেন্‌লেমটো হাতত লৈ ওলাল মোহন। ছাটি মাত্ৰ একেটা। সৌমীনক তাৰেই ধৰি আশ্ৰয় কৰি মোহন

আহি থাকবলৈ ধৰিলে। পিছল ৰাস্তাত সৌমীন একোবাৰ পিছলি পৰি যাবলৈ ধৰে—মোহনে সেই প্ৰায় আধা মাইলমান বেছি ৰাস্তা তাক ধৰি ধৰি কোনোমতে লৈ আহে।

সৌমীনৰ চুত-পেণ্ট্, জোতা-মোজা ভিজি নষ্ট হৈ গ'ল। আষাঢ়ৰ অবিশ্ৰান্ত বৰষুণ!

———

# ০ দ্বাদশ

উৎপলা অপেক্ষি আছিল দয়াৰামলৈকে। ওপৰমহলাৰপৰা তাই খিড়ীকখনেদি চাই পঠিয়াইছিল বন্তুৱা বেবেকৰ ৰাস্তাটোৰ ফালে। দয়াৰাম ঘুৰি আহিছে নে নাই। অন্ধকাৰ ৰাতিৰ ৰৰষুণ। হাতত সি লেম এটা লৈ যোৱা হলেও তাই দূৰৈৰপৰাই তাক গম ধৰি উঠিব পাৰিলেহেঁতেন। তাকো সি লৈ যোৱা নাই। বাংলাত তেনেকুৱা কমদামী লেম এটাও অৱশ্যে নাছিল। লৈ যাব সি ক'ৰ পৰা। অকণমান সামান্য বিজুলীৰ চিকিমিকি পোহৰত তাই ৰৰষুণৰ ৰাস্তাটোত দূৰৈত এটা মানুহৰ নিচিনা অনুভৱ কৰিছিল। তাই ভাবি উঠিছিল সেইটোৱেই নিশ্চয় দয়াৰাম।

দয়াৰাম যথাসময়তে ঘুৰি আহি বাংলা পাইছিলহি। বেচেৰা বুঢ়া মানুহ। তেনেই ভিজি-বুৰি ওলাইছিলহি সি।

ওপৰ মহলাত উঠি গৈয়েই সি দেখিছিল 'কনক' বোলা বান্ধনি ল'ৰাটোও সহায় হৈ তুলখনত একাষে বহি টোপনিয়াই আছে। দয়াৰাম সোমাই যোৱা মাত্রে কনকে "আইদেউ, মই যাওঁ, শোওঁগৈ" বুলি তললৈ নামি আহিল।

দয়াৰাম আহিয়েই পোনপ্রথমে ইলাকাৰ খবৰ ললেহি। সক

আইদেউ, চাইছিল নে ? এতিয়া জ্বৰ কিমান ?

উৎপলাই ক'লে—জ্বৰ এতিয়া কমি আহিছে দয়া। অলপ আগতে চাইছিলোঁ। এশ-পইন্ট্ চাৰি আছে এতিয়া। পিছে তোমাৰ মালিকক লগ পালা নে নাই ?

পোৱাই নোপোৱাই আইদেউ।

মানে ?

মানে মালিকে যি কৈ পঠালে বৰ সন্তোষজনক।

কোৱাছোন। আৰু লগ পালাগৈ ক'ত ?

তুমি য'তে ভাবিছা ত'তেই।

পিছে।

পিছে, তেওঁক আৰু বতৰা দিম ছাড়ি চকুৰে মানুহক দেখাই নেপালোঁ। তেওঁ সেই ঘৰৰ গাভৰু ছোৱালীজনীৰ গান শুনি আছিল। চিঞৰি চিঞৰি মতাত অৱশ্যে মোহন ওলাই আহিছিল। দৰজামুখতে তাৰে আগত ইলাৰ বৰ জ্বৰ উঠাৰ কথা কলোঁ। আৰু তুমিও তেওঁক বৰ জৰুৰীকৈ মাতি পঠিওৱা বুলি মোহনৰ আগতে ভিতৰলৈ কৈ পঠিয়ালোঁ।

তাৰপিছত।

তাৰপিছত আৰু কিটোনা হ'ব। মোহন ঘুৰি আহি দৰজামুখতে মোক সংবাদ দিলেহি। মালিকে মোক সেই দুৱাৰমুখৰপৰা গলাত ধাক্কা দি দূৰ কৰি দিবলৈহে মোহনক হেনো আদেশ দিছে। কি কৰিম আইদেউ। ৰজাৰ ভয়ত প্ৰজাই থৰকাছুতি নোহোৱাকৈ গুচি আহিছোঁ। খবৰ ইমানেই।

তেন্তে, তোমাৰ মালিকক মোহনৰ ঘৰতেই পাইছিলা নহয় ?

আকনো।

দয়া, তেন্তে বুজিলোঁ সকলো। বুজিবলৈ আৰু বাকী নাই। এইখন মই ধূলি-খেমালিৰ সংসাৰহে কৰিবলৈ আহিছিলোঁ। ইলাক্ষীৰ

কপালৰ পটীতো তাই আকৌ ভিজাই নতুনকৈ কপালত দি থ'লে। আৰু দয়াৰামৰ স'তেই আৰু কিছুসময় তাই কথা-বতৰা কৈ কটালে। এনেকৈ সৌমীনৰ অপেক্ষাতে ইলাক্ষীৰ শিতানতে বহি অপেক্ষি থাকিল তাই।

সেই অৱসৰতে উৎপলাৰ বুকুত নিজৰ-কন্যাৰ ৰোগাক্রান্ত বেদনাৰ অনুভৱত কৈ তাই বেছি অনুভৱ কৰি উঠিছিল একুৰা হিংসা-জুইৰ জ্বালামুখী। চামেলিৰ ঘৰত সৌমীন। এনেকুৱা বৰষুণৰ গহীন ৰাতি। ইমান ৰাতি বনুৱা বেৰেকতো বোধকৰোঁ মানুহ শুই নিঃপালি দিছে। আৰু তাত জাগি/ আছে দুজন। সৌমীন-চামেলি। তাইৰ মূৰটো গৰম লাগি গ'ল। বুকুখন বেয়া লাগি উঠিল সত্য-সন্দেহৰ আশঙ্কাৰে। এনেকুৱা এখন চোৰাং, প্রৱঞ্চনাময় সংসাৰলৈ তাইৰ তিক্ততা আৰু বিতৃষ্ণা জাগি উঠিল। পাৰিলে তাই যেন নিজৰ অদৃষ্টখনকে লৈ তাৰপৰা তেতিয়াই পৰিত্যক্তা হৈ গুচি আহিব। মনৰ ধিক্কাৰ আৰু তিক্ততা তাইৰ অন্তৰখনত একেসময়তে একেলগেই আলোড়ন তুলি দিলে।

ৰাতি বহুখিনি হৈ গ'ল। প্ৰায় ১১ বাজো বাজোয়েই হ'লহি। তেবুলৰ টাইম্‌পিচ্ ঘড়ীটোলৈ চালে তাই।

ইতিমধ্যে তলৰপৰা চিৰিয়েদি ওপৰলৈ উঠি অহা কাৰোবাৰ পদ শব্দ শুনা গ'ল। সৌমীনদত্ত আৰু মোহন মাঝি। দুয়োজনৰে প্ৰায় সৰ্ব্বাঙ্গ ভিজি গৈছে বৰষুণৰ ছিতিকণিৰে।

তলং-ভতং কৰি ইলাক্ষীৰ বিছনাখনৰ কিছুদূৰতে আহি থিয় হ'লহি সৌমীন। ওচৰতে মোহন মাঝিও। কাৰো কোনো কথা নাই। কিছুপৰ নিস্তব্ধ! তাৰ কিছুপিছতে সৌমীনে নিজেই মাত লগালে—উৎপলা।

সৌমীনৰ উত্তৰ হিচাবে উৎপলাই একোকে নেমাতিলে। তাই ওৰণিখন অলপ টানি লৈ ইলাক্ষীৰ পৰিচৰ্য্যাৰতৰূপে ব্যস্ত হৈ থকা যেন দেখুৱালে।

উৎপলা !

নিস্তব্ধ। তাই তেতিয়াও নিস্তব্ধ ! মোহন আৰু দয়াৰামো থৰ্ লাগি ৰ'ল। সিহঁতৰো কোনো কথা নাই।

উৎপলাৰ অহঙ্কাৰ যেন ভাবি সৌমীনৰ অন্তৰত একুৰা জুই জ্বলি উঠিল। উৎপলাৰপৰা আজি সি জৰুৰ শুনিব। তাৰ কথাৰ উত্তৰ উৎপলাই আজি দিবই লাগিব। নহলে আজি উৎপলাৰ ৰক্ষা ক'ত ?

এফালে মদৰ ৰাগী। আনফালে কথাৰ গৰম। সৌমীন গৰম হৈ উঠিল। সি কৈ যাব ধৰিলে তাৰ অন্তৰত উমাই অহা কথাবোৰ। উৎপলা, মোৰ কথাৰ তুমি উত্তৰ দিয়া। হঠাৎ তেবুলৰ ওপৰত পৰি থকা থাৰ্মোমিটাৰটোলৈ চকু পৰিল সৌমীনৰ। সি তেবুলৰ ওচৰলৈ আহি মুকলি থাৰ্মোমিটাৰটো লাইটৰ পোহৰত জুমি জুমি তীক্ষ্ণদৃষ্টিৰে চাবলৈ ধৰিলে। এশ-পইণ্ট্ চাৰি। উৎপলা, তুমি ইলাৰ সাংঘাতিক জ্ব'ৰ উঠিছে বুলি মোক মাতি পঠাইছিলা কিয় ? এইয়া তাইৰ দেখোন মাত্ৰ এশ জ্বৰ আছে।

উৎপলা বিমোৰত পৰিল। তাই সৌমীনক কি বুলি প্ৰত্যয় মনাব। এতিয়া তাই উত্তৰ নিদি নোৱাৰিলে। ভগৱানেই জানে মই আপোনাকো মিছাই মতাই পঠাইছিলোঁ নে সঁচাই মতাইছিলোঁ। মোৰ সাক্ষী ওপৰত সেই একমাত্ৰ ঈশ্বৰ ! সৌমীনে উৎপলাৰ সেইকথালৈ তেনে বিশ্বাস আনিব নোৱাৰিলে। থাৰ্মোমিটাৰটোৱে দিয়া সাক্ষ্যই সি বেছিকৈ মানি ল'লে।

উভয় স্বামী-স্ত্ৰীৰ ভিতৰত লাহে লাহে ঘোৰতৰ বাক্-বিতণ্ডা চলি আহিবলৈ ধৰিলে।

ইতিমধ্যে দয়াৰাম তললৈ নামি আহি তাৰ ভিজা কাপোৰযোৰ খুলি আৰু এযোৰ অইন কাপোৰ পিন্ধি ওপৰলৈ উঠি গ'ল। আৰু সি কোঠালিটোৰ একাষে থিয় হৈ থাকিলহি।

মোহন মাঝি এজন নগণ্য বয়ুৱা মানুহ। তেনেকৈ সি ভিতৰৰ শয়নকক্ষলৈ উঠি যোৱাত উৎপলা মনে মনে ক্ষুণ্ণ হৈ উঠিল। তাই কিন্তু তাক একো কব পৰা নাছিল। সেইয়া তাৰ প্ৰতি সৌমীনৰ অনুগ্ৰহ!

সৌমীনে তাৰ ভিজা কানি-কাপোৰ মুখুলিলে। সি লাহে লাহে ইলাক্ষীৰ ওচৰলৈ চাপি গ'ল।

উৎপলাই কিবা বিৰক্তিবোধেৰে সৌমীনক ঘেকাহি মাৰি কৈ উঠিল। য'ক—য'ক—য'ৰে-ত'ৰে পৰা যেনেকৈ পায় তেনেকৈ ছোৱালীজনীৰ ওচৰলৈ নাহিব।

উৎপলাৰ ককৰ্থনা বাক্যত সৌমীনে ভয়ানক লাজ-পোৱাদি পালে। সি থতমৎ খাই ৰৈ গ'ল। সি অন্য আৰু একোকথা বিচাৰি নেপাই এক কন্দলৰ ইতিহাস আৰম্ভ কৰিলে। উৎপলা, তুমি এইৰাতি দয়াৰামক ক'লৈ পঠাইছিলা?

অলপ ৰুক্ষভাৱে কৈ উঠিল উৎপলাই—আপোনাক য'ত লগ পাইছিলগৈ।

তুমি এইভাৱে উত্তৰ দিব ক'ৰপৰা শিকিলা?

আপোনাৰপৰা! তলমূৰ কৰি বিচনাখনতে উৎপলাই উত্তৰ দি গ'ল।

মোৰপৰা? তোমাৰ উত্তৰবোৰ এজন স্বামীৰ ওচৰত মান্যোচিত উত্তৰতকৈ অধিক সংঘাতময় লাগিছে কিয়?

এগৰাকী পত্নীৰ ওচৰত আপুনিও এক সহজ সৰল প্ৰশ্নৰ পৰিবৰ্ত্তে এক সন্দিহান জটিল প্ৰশ্ন কৰিছে কিয়? আপোনাৰ প্ৰশ্নৰ উত্তৰ মোৰ ভুল হোৱা নাই।

ভুল হোৱা নাই? বাৰু দয়াৰামক পঠোৱাৰ কাৰণ?

কাৰণ এতিয়াও কি আপুনি জানিব পৰা নাই? দয়াৰামৰ কথা মোহন মাঝিয়ে কি আপোনাক একোৱেই কোৱা নাই?

অৱশ্যে কৈছে যদিও……সৌমীন হঠাতে বৈ গ'ল।

কৈছে যদিও আপুনি মোক তেন্তে সন্দেহ কৰিছে? মই মোৰ শয্যাগত ছোৱালীজনীৰ শপত খাই ভগৱানৰ ওচৰত কব পাৰোঁ যে মই কোনো অন্তৰত কলুষিত ভাব লৈ দয়াৰামক আপোনাৰ ওচৰলৈ পঠোৱা নাছিলোঁ। ইলাৰ জ্বৰ বেছি হৈছিল। মই ভয় কৰি আপোনাক বিচাৰি পঠাইছিলোঁ ডাক্তৰ অনাৰ কাৰণে।

তুমিতো বেছ বুদ্ধিমতী তিৰোতা। দয়াৰামক'দি মোক বিছাৰি পঠিওৱাতকৈ বৰং দয়াৰামক দি ডাক্তৰলৈ পঠোৱাহে তোমাৰ উচিত আছিল। মই বেছ বুজিব পাৰিছোঁ তুমি সেই ব্যৱস্থা জনাস্বত্বেও দয়াৰামক ডাক্তৰৰ তালৈ নপঠাই তুমি বিচাৰি পাইছিলা মোক। ই তোমাৰ এক সন্দেহ-কৌশল ভিন্ন অন্য আৰু একো হব নোৱাৰে। তুমি যতই যি কৰা, সকলো সৌমীনৰ ওচৰত কিন্তু তুমি ধৰা পৰা।

ৰ'ব। আপুনি যিবোৰ কৈ গৈছে সেইবোৰ সম্পূৰ্ণ মিছা। দয়াৰামক আপোনাক বিছাৰি পঠিওৱাও মোৰ তাত তিলমাত্ৰ সন্দেহৰ আভাষ নাছিল। আৰু দয়াৰামকে যে ডাক্তৰৰ তালৈ পঠাব লাগিছিল সিও মোৰ ধাৰণাতীত আছিল।

তোমাৰ উত্তৰবোৰ আজি যেন ঠিক এক আদালতত বিপক্ষ উকীলৰ কাষত আচামীৰ জবান-বন্দীৰ নিচিনা লাগিছে। স্বামীৰ ওচৰত সহধৰ্ম্মিণীয়ে দিয়া এইবোৰ প্ৰকৃত উত্তৰ হৈছেনে?

এক সহধৰ্ম্মিণীৰ ওচৰত স্বামীয়ে প্ৰশ্ন কৰা আপোনাৰেই বা এইবোৰ প্ৰকৃত প্ৰশ্ন হৈছে জানো?

ইমান পৰে দয়াৰাম আৰু মোহন মাঝিয়ে তেওঁলোক স্বামী-স্ত্ৰীৰ উত্তৰোত্তৰবোৰ একাণপতীয়কৈ শুনি আছিল।

উৎপলাৰ সমানে সমানে কথাত সৌমীন কিছু ৰাগান্বিত হৈ উঠিল।—উৎপলা!

সৌমীনৰ ৰাগীস্বৰৰ উত্তৰত উৎপলাৰো অন্তৰত উমাই থকা জুই

কুৰা ভমক্ কৰি জ্বলি উঠিল। তাইয়ো বেজাৰ-বিৰক্তিৰে কৈ যাব ধৰিলে। ৰ'ব। মই নিৰুপায় হৈ দয়াৰামক পঠাইছিলোঁ আপোনাৰ ওচৰলৈ। আৰু আপুনি দয়াৰামক গলাত ধাক্কা দি খেদি দিবলৈ হুকুম দিছিল মোহন মাঝিক। মোৰ আদেশ আৰু অনুৰোধ বহনকাৰীজনক আপুনি গলাত ধাক্কা দিবলৈ হুকুম দিয়াৰ মানে আপুনি গলাত ধাক্কা দিলে কাক? মোহনমাঝিৰ হতুৱা দয়াৰামক, নে উৎপলা দত্তক?

সৌমীনে এটা হুমুনীয়া দীঘলকৈ এৰি কৈ গ'ল। তুমি বহুশিক্ষিতা; এম. এ. ডিগ্ৰীহ'ল্ডাৰ; আৰু মই মাত্ৰ এজন সামান্য মেট্ৰিকুলেট্। সেয়ে তুমি মোক কথাৰ পদাঘাতৰে পদানত কৰি ৰাখিবলৈ বিছাৰিছা।

আপুনি তেনে কথা নক'ব। মোৰ ই কথাৰ পদাঘাত নহয়। বৰং মিনতিৰ মৰ্য্যদাৰে মই আপোনাক সংশোধন কৰিবলৈ বিচাৰিছোঁ। শিক্ষিতা নোহোৱা হ'লে এখন ভুলৰ পৃথিৱীত পৰি থাকিলেও আপোনাক পোহৰৰ বাটলৈ টানি নিবলৈ উৎপলাই চেষ্টাও নকৰিলেহেঁতেন। তালপাতৰ বিচনিখনেৰে তাই লাহে লাহে ইলাক্ষীৰ মূৰটো বিছি দিবলৈ ধৰে।

সৌমীনে আৰু কিছু বিৰক্তিৰ বোধেৰে কৈ উঠিল। মোৰ কি ভুল! তাৰবাবেই যে তুমি সংশোধন বিচাৰিছা?

উৎপলাইয়ো বহা বিছনাৰ পৰাই কৈ গ'ল—আজি মোৰ এই ছোৱালীজনীৰ এনেকুৱা সঙ্কট অৱস্থাত এই ছপৰ ৰাতি ৰুগ্না ছোৱালীজনীৰ ওচৰলৈ আপুনি আহিছে কেনে ভাবে? এই এটা ভিতৰুৱা শোৱনি কোঁঠালৈ আপুনি লগত লৈ আহিছে আপোনাৰ তলত চাকৰি কৰা এজন নগণ্য বন্ধুক। আপোনাৰ কি ঘৰ নাই? দুৱাৰ নাই? তাৰ কাৰণে যে আপুনি গৈ গৈ বন্ধুৱা বেৰেকত মদ খাবলগীয়া হৈছেগৈ! কিয়? এই ঘৰত আপোনাৰ মদৰ আমেজ নজমেনে কি?

উৎপলা, বুজিছোঁ মোক আৰু বুজাব নেলাগে। তুমি বহুত কদৰ্য্য

কথালৈ গৈছাগৈ। তুমি নাৰী। তুমি পৰাধীনা। তুমি সেই পৰাধীনতাৰ পাতিব্ৰত্য ক'ৰবাত দলিয়াই দি এজন পুৰুষৰ ওপৰত স্বাধীনতাৰ চাবুক জোকাৰিছা।

এই স্বাধীনতাৰ দুৱাৰদলিত থিয় নিদিলে মোৰ যে স্বামীসেৱা ব্যৰ্থ হৈ যায়। তাই মোহনক খঙেৰে কলে--মোহন, বাগানৰ এজন সৰ্ব্বে-সৰ্ব্বা মালিকৰ লগত সমানে সমানে উঠা-বঁহা কৰি তোমালোকে তেওঁক তোমালোকৰ নিচিনা এজন হীন বন্ধুৱা যেন দেখিছা নে কি?

টোপনিৰ অৱস্থাতে এটা দীৰ্ঘহুমুনীয়া কাঢ়ি ইলাক্ষীয়ে বাগৰ সলালে। উৎপলাই কাপোৰখিনি ভালকৈ থাপিথুপি দিলে তাইক।

লগে লগে মোহনে ক'লে—, মাইজী, হামি তুমহাৰ বাত কুছ্ন্হি বুঝিছে মাঈ! হামাৰ ঘৰে ছোট্টুবাবু গিয়ে চাৰাব পীয়ে। এহি বাত ঠিক্ আছে। লেকীন্ হামাৰ কোন্ দোষ আছে মাঈজী। হামিলোক তুম্হাৰ নোক্ৰীৱালা গৰীব মানুষ আছে। হামাৰ কি দেমাগ্ আছে। কুছ্ বেয়াদপি হোবেতো মাফ কৰিয়ে লেবে মাঈজী!

উৎপলাই মোহনৰ ফালে নোচোৱাকৈয়ে ক'লে—বাৰু, তুমি এতিয়া যাব পাৰা। ইমান বৰষুণৰ ৰাতি তোমাৰ মালিকক আশ্ৰয় দি লৈ অহাৰ বাবে তোমাক ধন্যবাদ!

যো হুকুম মাইজী। মোহনৰ মনটোতে দোধোৰ-মোধোৰ হ'ল। সৌমীনে তাক যাব দিছে জানো? সি ওপৰৰ বাহিৰৰ বাৰান্দাখনতে ওলাই গৈ এন্ধাৰখিনিতে থিয় হৈ থাকিলগৈ।

বিচনাখনৰপৰাই বহি বহি উৎপলাই অন্তৰৰ বেজাৰত পুনঃ কৈ যাবলৈ ধৰিলে। মই বহুকথা শুনি আছোঁ। অপ্ৰিয় সত্য যদিও মই আজি আপোনাক সকলো 'কথা খুলি নকলে মোৰ পাতিব্ৰত্য আৰু নাৰীধৰ্ম্ম কোনোমতেই ৰক্ষা নপৰে।

সৌমীনে ক'লে—বাগানৰ কাৰ মুখে কি কথা শুনিছা তুমি?

তাকে তুমি তোমাৰ অন্তৰতেই বা কি লৈ আছা। আজি মোক সকলো কথা খোলাখুলিকৈ ভাঙি কব লাগিব। নতুবা মই তোমাক নেৰিছোঁ।

ৰাতিৰ বৰষুণ টীনৰ ওপৰত ঝিম্-ঝিম্ কৈ সমানভাৱে বৰষি আছে। উৎপলা ৰাগতে অধৈৰ্য্য হৈ পৰিল। তাই সম্মুখত অদৃষ্টখনকে লৈ এটা মৰ সাহসেৰে সৌমীনৰ আগত কৈ যাবলৈ ধৰিলে। তাই বিচনাখনৰপৰা বীৰাঙ্গনাৰ দৰে উচাত মাৰি থিয় হৈ ল'লে। লাহবীচাং বাগানৰ দুখী যশোৱাৰা আপোনাৰ দেউতাকৰ দিনৰে এজন বয়োবৃদ্ধ লোক; আৰু মজদুৰসকলৰ ওপৰত এজন বিশ্বাসী চৰ্দ্দাৰ। এইজন চৰ্দ্দাৰৰ দিনতেই হেনো বাগান সমৃদ্ধিশালী হৈ উঠিছিল। এইজন চৰ্দ্দাৰেই হেনো এই বাগানতে আপোনাৰ দেউতাককো সৰ্পদংশনৰপৰা তেওঁৰ নিৰ্ঘাত চাওঁতালী মন্ত্ৰৰদ্বাৰা তেখেতৰ জীৱন-দান দিছিল। আপোনাৰ নিশ্চয় মনত আছে। সেইদিনা শনিবাৰ। কালসন্ধ্যা। মোৰ পোনজনীক উপকৰাই ধৰোঁতে মন্ত্ৰ জাৰি কোনে ভাল কৰিছিল? পিছে সেই নিৰপৰাধী, মহাউপকাৰীজনক আপুনি কি দোষত চৰ্দ্দাৰপদৰপৰা পদচ্যুত কৰি মোহন মাঝিক চৰ্দ্দাৰপদত নিযুক্ত কৰিলে? কওক! নেমাতে কিয়? দুখী যশোৱাৰাৰ কি অপৰাধ?

তাৰপিছত।

তাৰপিছত। আপুনি তাকে শুনিব খোজে শুনক। সকলো বনুৱাৰ ঘৰেই মাটীৰ খাপ্ ৰাযুক্ত। অকল মোহন মাঝিৰ ঘৰ আপুনি টীনেৰে সজালে কিয়? আনকি আপোনাৰ দেউতাকৰ দিনতো চৰ্দ্দাৰ দুখীযশোৱাৰাক টীনৰ ঘৰ সাজি দিবলৈ দেউতাকেও ভাবি পোৱা নাছিল।

আৰু আছে কিবা?

আপুনি তেন্তে আৰু শুনিব খোজে। বাৰু! শুনক। এইবাৰ

চমেলিয়া! মোহন মাঝিৰ ছোৱালী চামেলিয়া। তাই এগৰাকী চাহ-বন্নুৱাৰ ছোৱালী। পূৰ্ণা গাভৰু। তেনে গাভৰু বন্নুৱাৰ ছোৱালী বাগানৰ প্ৰায় ঘৰে ঘৰেই আছে। আপুনি সেই চামেলিক বেনাৰসী শাৰী-ব্লাউজৰ চেত্ কিনি দিছে কিয়? আনকি আপুনি তাইক সোণৰ অলঙ্কাৰ পাতি দিবলৈও দ্বিধাবোধ কৰা নাই। সেইবোৰ আপোনাৰ ৰেঙ্কৰ নহয়—পজিছনৰ নহয়—সন্মানৰ নহয়—যোগ্যতাৰ নহয়—তেনেবোৰ নগণ্য লোকৰ স'তে হাতবাট যাতায়াত কৰা আপোনাৰ উচিত হৈছেনে? আপোনাৰ ইচ্ছা হৈছে, এজনী নহয় দহজনীকো ৰাখক। কিন্তু, আত্মমৰ্য্যাদাৰ লগত খাপ্ খুৱাইহে সেইবোৰ কৰা উচিত। তাতে আপুনিয়েই বাগানৰ স্বয়ং হৰ্ত্তা-কৰ্ত্তা-মালিক। আপুনিয়েই যদি এনেকুৱাবোৰ কৰি ফুৰে, তেন্তে লোকচকুত কেনেকুৱা দেখুৱাই—ভাবি চাওকছোন।

উৎপলা, তুমি এটা নিৰ্ব্বোধ লৰাক বুজনি দিয়াৰ দৰে মোক তুমি বুজনি দিছা। আৰু তুমি সদৰ্পে যিবোৰ নেদেখা-নুশুনা কথা কৈ গৈছা মোৰ অসহ্য হৈ উঠিছে। মুখ চম্ভালি-চম্ভালি কথা কৰা উৎপলা। মুখেদি নমতা দেখি তুমি বহুত বাঢ়ি গৈ আছা।

মাজতে দয়াৰামে কৈ উঠিল—আইদেউ, অলপ লাহে লাহে ঠান্দা হৈ কওকছোন। ৰাতিও ভালেমান হৈছে। ৰাস্তাইদি লোকে শুনি গ'লে বুলিব কি।

বৰষুণ লাহে লাহে থামি আহিছে। মাত্ৰ খিন্-খিন্কৈ অকণ অকণ পানীৰ ক্ষুদ্ৰ টোপালবোৰৰ টীনৰ ওপৰত দুৰ্বল শব্দ শুনা যায়। তুং-তাং-তুং-তাং!

উৎপলাই ককৰ্থনাভাৱে দয়াৰামক ঘেকাহি মাৰি কৈ উঠিল। মনে মনে থাকা। মোক আৰু কোনেও বুজনি দিব নেলাগে। মই সকলো বুজি পাওঁ। মই এইখন এখন ধূলিৰ সংসাৰ পাতিবলৈ আহিছিলোঁ।

সৌমীনে বিৰক্তি আৰু অসন্তোষেৰে ক'লে—এই কাৰণেই মা মৰিবৰ আগতেই মোক আকাৰে-ইঙ্গিতে কেবাদিনো কৈছিল—অধিক শিক্ষিতা ছোৱালী বিয়া নকৰাবলৈ। মা'ৰ সেই কথা আজি আখৰে আখৰে লাগিছে। তুমি এগৰাকী মাষ্টাৰ, ডিগ্ৰীহ'ল্ডাৰ। সেয়ে আজি তোমাৰ ইমান অহঙ্কাৰ, ইমান গৰ্ব্ব! আৰু মই এজন মাত্ৰ মেট্ৰিকুলেট্!

উৎপলাই উত্তৰি কয়—এজন মেট্ৰিকুলেটে এগৰাকী মাষ্টাৰডিগ্ৰী-হ'ল্ডাৰ ছোৱালীক বিয়া কৰোৱাত সেই গৰ্ব্ব সেই যশস্যা কাৰ? মোৰ নে আপোনাৰ?

এতিয়া পস্তাইছো। গৰ্ব্ব হলেও যশস্যা হলেও ঘৰৰ ভিতৰত মুঠতে পস্তাইছো। প্ৰেমত পৰি যে তোমাক বিয়া কৰিছিলোঁ— আৰু তুমিও যে আহিছিলা মোৰ দেউতাই এৰি যোৱা এক অগাধ সম্পত্তিৰ প্ৰলোভনত!

উৎপলাই সেই থিয় হৈ থকা অৱস্থাতে এক মুহূৰ্ত্ততে ডিঙি ঘূৰাই সৌমীনলৈ তীক্ষ্ণদৃষ্টিৰে চাই ক'বলৈ ধৰিলে—কি! কি ক'লে আপুনি! আপোনাৰ দৰে মেট্ৰিকুলেট্ এজনলৈ মই এইবোৰ অগাধ ধন-সম্পত্তিৰ প্ৰলোভনত আহিছিলোঁ? কওকছোন কি কৈছিল— আকৌ কওক এবাৰ। নকয় কিয়? মই আপোনাৰ ধন-সম্পত্তিৰ লোভত অহা নাছিলোঁ। মোক আপোনাৰ ওচৰলৈ আনিছিল মোৰ পূৰ্ব্বজন্মৰ এক দুৰদৃষ্টৰ নিবন্ধনে। আপুনি সঁচাকৈয়ে যদি ইমানদিনে উৎপলাক তাকেই ভাবি ৰৈছে যে মই আপোনাৰ বিশাল সম্পত্তি-বৈভৱৰ আশাতহে আপোনাৰ স'তে সংসাৰ কৰিবলৈ আহিছোঁ, তেন্তে মই এইমাত্ৰ আপোনাৰ এই তুচ্ছ সম্পত্তিৰ ওপৰত পদাঘাত কৰি এতিয়াই গুচি যাব পাৰোঁ। আপুনি কি যেন দেখিছে উৎপলাক! তাই অকস্মাৎ সক্ৰোধে উচাত মাৰি গৈ ইলাক্ষীৰ বিছনাৰ একাষে বহি দুইহাতে আঁচলেৰে মুখ ঢাকি হুক্-হুক্কৈ কান্দিবলৈ ধৰিলে।

উৎপলাৰ অহঙ্কাৰৰ অকথ্য কথাত সৌমীনে অত্যন্ত লাজ পোৱাদি পালে। এনেয়ে নিচাত সি বিভোৰ। তাতে তাৰ অন্তৰখন আৰু গৰম হৈ উঠিল। সিও দাঁত-মূৰ কামুৰি আৰক্ত নয়নে উগ্ৰমূৰ্ত্তিৰে থিয় হ'ল। সি জ্ঞানাজ্ঞানহীন হৈ গ'ল। উচ্চৈস্বৰে কবলৈ ধৰিলে। কি উৎপলা, তোমাৰ ইমান স্পৰ্দ্ধা! ইমান অহঙ্কাৰ। এগৰাকী নাৰী হৃদয়ত ইমান অগ্নিতুল্য অহঙ্কাৰ! মোৰ পিতৃৰ পৱিত্ৰ হাতে গঢ়া সম্পত্তি-বিভৱৰ ওপৰত তুমি পদাঘাত কৰি যাবা। মানে তুমি মোৰ পিতৃক পদাঘাত কৰি যাবলৈ তোমাৰ আত্ম-অহঙ্কাৰ উষ্ণতকৈ উষ্ণতৰ হৈ উঠিছে। উৎপলা, স্বেচ্ছাচাৰিণী, স্বামীঘাতিনী! তোমাক—তোমাক ক্ষমা কৰিব নোৱাৰি। সৌমীনে —উদ্‌বাউল উন্মাদৰ দৰে দাঁত কড়্‌মড়াই কমটোতে সদ্যধৃত বন্যজন্তুৰ দৰে ইফালে সিফালে পদচাৰণ কৰিবলৈ ধৰিলে।

উৎপলাৰো অন্তৰত উমাই থকা সপত্নীদাবদাহ আগ্নেয়গিৰি সদৃশ ভমক্-ভমক্‌কৈ উদ্‌গাৰণ হৈ উঠিল। তাইয়ো চিঞৰি চিঞৰি ক'লে,—আপুনি ক্ষমা নকৰে। নেলাগে কৰিব। আহক। যি ইচ্ছা আপুনি তাকে কৰি যাওকহি। মই প্ৰস্তুত। তাই দ্ৰুতবেগে জোঁট নলগাকৈ কথাবোৰ অনৰ্গল কৈ গ'ল। মই আপোনাৰ সম্পত্তি-বিভৱ গ্ৰহণ কৰা নাই—আনকি মই আপোনাৰ ক্ষমাও গ্ৰহণ নকৰোঁ। আহক। আপুনি যি ইচ্ছা তাকে কৰক। মই নিৰ্দ্দোষী-নিৰপৰাধী! গতিকে আনকি মই ভগৱানৰ ওচৰতো ক্ষমা-ভিক্ষাৰ আঁচল নেপাতো জানে। আৰু আপুনি ভগৱানৰ ওচৰত ক্ষমা বিচাৰিলেও পাব জানো? আপুনি মদগৰ্ব্বী। আপোনাৰ ধনৰ অত্যাচাৰ ভগৱানে কেতিয়াও সহ্য নকৰে—নকৰে—নকৰে। তাই নিৰ্ভীকভাৱে থিয় হৈ ৰ'ল।

অসহ্য হৈ সৌমীনে চিঞৰি উঠিল, উৎপলা! উৎপলা!

আপুনি জানে নে নেজানে? সামান্য নিৰীহ বমুৱা-ছোৱালী

হ'লেও এগৰাকী আভিজাত্য গাভৰুৰ তুলনাত অইৰ নাৰীধৰ্ম্ম—একৰতিও কম হব নোৱাৰে। আপুনি তাইৰ সেই নাৰীধৰ্ম্ম কিনিবলৈ বিচাৰিছে—অৰ্থৰ অত্যাচাৰেৰে। তাইৰ সেই ধৰ্ম্মনষ্টৰ প্ৰায়চিত্ত অকল আপুনিয়েই ভোগ নকৰে। ভোগ কৰিব উৎপলাই। ভোগ কৰিব আনকি তাইৰ পুত্ৰ-কন্যালৈকে। তাইৰ মনটোতে ধিক্‌কাৰ লাগি উঠিল। মই এই মহাপাপ-পঙ্কিলময় বিলাস-ভৱনত সংসাৰ কৰি যে কেনেকৈ আছোঁ। নাই—মই যাম—মই এই মহাপাপৰ বিলাস-নগৰী এৰি এতিয়াই গুচি যাম। তাই চকুত আঁচল ধাক কান্দিবলৈ ধৰিলে আৰু ইলাক্ষীৰ মুখত আৰু মূৰত মৰমৰ হাত ফুৰাবলৈ ল'লে।

সৌমীনদত্ত উৎপলাৰ কথাত তাৰ নয়নেদি যেন অগ্নিস্ফুলিঙ্গহে বাহিৰ হৈ পৰিল। সি ৰুদ্ৰমূৰ্ত্তি ধৰিলে। তুমি গুচি যোৱাৰ আগতে ব'বা—ৰ'বা, ময়েই তোমাক বিদায় দিছোঁ। সৌমীনদত্ত উদ্‌ভ্ৰান্ত বেগে অকস্মাৎ দৌৰি সৰু ৰুমটোলৈ সোমাই গ'ল। আৰু তাৰপৰা ততালিকে সি তাৰ দুইনলীয়া বন্দুকটোত গুলি ভৰাই লৈ বাহিৰ হৈ আহিল। আৰু উৎপলালৈ বন্দুকটো টোৱাঁই তুলি ল'লে। উৎপলা!

ইমানপৰে স্বামী-স্ত্ৰীৰ বাক্-বিতণ্ডা শুনি থিয় হৈ থকা দয়াৰাম আহি বন্দুকৰ নলীৰ সন্মুখত মুহূৰ্ত্ততে থিয় হ'লহি। আৰু দুইহাত মেলি নিজৰ বুকু পাতি দি কবলৈ ধৰিলে। সৰুদেউতা, কি কৰা—কি কৰা! তোমাৰ এই বন্দুকৰ গুলি আইদেউৰ বুকলৈ দিয়াৰ আগতে মোৰ বুকত দিয়া তুমি।

উৎপলা উন্মাদিনীৰ দৰে হৈ পৰিল। তাই একে ছিতাপে ইলাক্ষীৰ কাষৰপৰা থিয় হৈ উঠিল। দয়া—দয়া—এৰি দিয়া তুমি। দয়াৰামক আহি জোৰ কৰি তাই আঁতৰাই নিবলৈ চেষ্টা কৰিলে। মোৰ স্বামীয়ে মোক গুলি কৰক। এৰি দিয়া—এৰি দিয়া তুমি!

মোক গুলি কৰক। এনেকুৱা এখন জঘন্য জ্বালামুখী সংসাৰ কৰি থকাতকৈ স্বামীৰ বন্দুকৰ গুলিত মোক স্বৰ্গলাভ কৰিবলৈ দিয়া তোমালোকে।

সৌমানে বিস্ফাৰিত নেত্ৰে পাগলৰ দৰে ওপৰ-তল চাৰিওফালে ফোঁপাই ফোঁপাই চাবলৈ ধৰিলে। তাৰ চকুদুটা ৰক্তবৰ্ণ হৈ উঠিল।

ইমানপৰে বাৰান্দাৰ আন্ধাৰখিনিত থিয় হৈ শুনি থকা মোহন মাঝিও হঠাৎ ভিতৰলৈ সোমাই আহিল। সিও সৌমীনৰ বন্দুকটোত ধৰি বাধা দিলেহি। এ·—কি কৰিছে তুমি ছোট্ৰ্ বাবু! কুছ্ শান্ত্ হো যা বাবুজী!

কাৰো প্ৰবোধ যেন সৌমীনৰ কৰ্ণগোচৰ নহ'ল। তাৰ ধৈৰ্য্য সীমা অতিক্ৰম কৰি গ'ল। মোহন, এৰি দিয়া—এৰি দিয়া তোমালোকে। এই স্বেচ্ছাচাৰিণীক মই গুলি কৰোঁ। দূৰ হ—দূৰ হ—ব্যভিচাৰিণী! মোৰ লাহৰীচাং বাগানৰ লাখ লাখ টকাৰ একচ্ছত্ৰ অধিকাৰিণী হবলৈ আহিছিলি তই! দূৰ হ কুলৰ কলঙ্কিণী!

ঘৰৰ ভিতৰৰ ইমান ডাঙৰ এটা দুৰ্য্যোগ! কোনো খবৰ নাই—পৰি আছে অৱসাদগ্ৰস্ত ৰুগ্না ইলাক্ষী।

ৰুগ্না শয্যাগত ইলাক্ষীক টান মাৰি মুহূৰ্ত্ততে উৎপলাই কান্ধত তুলি ল'লে। আৰু তাই সেইভাবেই বিদায় হৈ যাবলৈ ওলাল। তাই কান্দি কান্দি কবলৈ ধৰিলে। মই অকৰুৱা ছোৱালীজনীকে লৈ বিদায় হলোঁ। আপোনাৰ ওচৰত মোৰ আৰু কোনো অভিযোগ নাই। মোৰ বিদায়ৰ একাষাৰ শেষ কথা মাত্ৰ মই দি গলোঁ। একমাত্ৰ ওপৰত সেই ভগৱানৰ ওচৰতে। তাই যাবলৈ উদ্যত হ'ল।

মোহনমাঝি তাইৰ সন্মুখত আহি থিয় হলহি। বাহিৰমে এত্না বৰ্খা। এত্না ৰাতমে তুঁ কুথা যাবে মাইজী। মৎ যা—না।

তুঁহাৰ লেৰ্‌কীকো এত্‌না বখাৰ। লেৰ্‌কী লিয়ে এত্‌না ৰাতমে কুথা যাবে মাইজী।

দয়াৰাম কান্দো কান্দো অৱস্থা হৈ পৰিল। এই আষাঢ়ৰ নেৰা-নেপেৰা বৰষুণ। এই ইমান ৰাতি জ্বৰুৱা ছোৱালীজনীক লৈ তুমি ক'লৈ যাব ওলাইছা আইদেউ!

সৌমীনৰ মুৰটো অকস্মাৎ ঘূৰাই গ'ল। হাতৰ বন্দুক হাততে লৈ সি কিবা এক তন্ময় হৈ ৰ'ল।

আঁচলেৰে ছুধাৰি চকুপানী মচি মচি উৎপলাই কৈ গ'ল। দয়া, মোৰ দুই চকু যিদিকেই যাই—মই সেইদিকেই যাম। এই ৰাতি মোৰ সহায় একমাত্ৰ ঈশ্বৰ। মই সংসাৰত দিনৰ পোহৰত বাট ভুল কৰি আহিছিলোঁ; আজি ৰাতিৰ এন্ধাৰত তাৰ ভুলৰ সংশোধন বিচাৰি যাম। মোৰ নিমিত্তে ইলাক্ষীৰ নিমিত্তে সহায় হব ৰাতিৰ সৌ অন্ধকাৰবোৰ। এদিন ধনৰ প্ৰলোভনত আহিছিলোঁ; আজি গুচি যাওঁ তাকে নেওচি ঘৃণা আৰু ঘোৰ বিতৃষ্ণাৰে। তাইৰ অন্তৰত জ্বলি উঠিল ধাকি ৰখা জ্বলন্ত জ্বালামুখী। কাৰো কথা নুশুনিলে তাই। সেই অৱস্থাৰেই তেনেকৈয়ে সৌমীনৰ আগৰপৰা ইলাক্ষীক উচাত মাৰি লৈ তাই বিদায় হৈ গ'ল চিৰজীৱনৰ কাৰণে।

সৌমীনৰ হাতৰপৰা বন্দুকটো মোহনে আনি তাৰ হাতত ৰাখিলেহি। তাৰ সংসাৰত এক বিদায়ৰ বিসৰ্জ্জন দৃশ্য দেখি সৌমীনে আৰু কথা কব নোৱাৰিলে। তাৰ মূৰতো কিবা হৈ গ'ল। সি ধৈৰ্য্য ৰাখিব নোৱাৰিলে। থিয় হৈ থকা অৱস্থাতে সি ঢলি পৰি যাবলৈ খুজিলে। অৱস্থা দেখি দয়াৰামে তাক সাৱট মাৰি ধৰি আনি ইলাক্ষীৰ বিচনাখনতে শুৱাই দিলেহি; আৰু বিচনীখনেৰে তাৰ মূৰটো খুবকৈ বিচিবলৈ ধৰিলে।

সেইয়া ইলাক্ষী-উৎপলা! এটি সৰু ৰাস্তাকে আশ্ৰয় কৰি গৈ থাকিব ধৰিছে তাইৰ জীৱনৰ সংশোধন বিচাৰি। হাঁয় হাঁয়! কোনে

কব নিয়তিৰ কি বিধান। তাই এদিন এনেকুৱা আষাঢ়ৰ এন্ধাৰ বৰষা ৰাতি আহি গৃহ-প্ৰৱেশ কৰিছিলহি সৌমীনদত্তৰ। —আৰু আজিও এই আষাঢ়ৰ ঘনবৰষা-ৰাতি কান্দি কান্দি তাই বিদায় হৈ গ'ল তাইৰ সোণৰ সংসাৰ চূৰমাৰ কৰি। তাই ৰুগ্না পোণাজনীক লৈ ক'লৈ গৈছে সেইয়া! জনপ্ৰাণীহীন পথ! খিন্-খিন্ বৰষুণ! গোটেই এন্ধাৰ ৰাতিৰ এখন পৃথিৱী বুকত লৈ তাই আজি অকলে। মালা গাঁথিছিল তাই এদিন সোণৰ ফুলেৰে। আজি ছিগি গ'ল সেই মালিকা। তাইৰ সাক্ষী ৰ'ল—ৰাতিৰ বিহঙ্গ—সাক্ষী ৰ'ল আষাঢ়ৰ ঘন বাৰিষা ৰাতি—ঘন ঘন বৰ্ষা গৰজে ঘনে!

———

## ০ ত্ৰয়োদশ

বিদায় হৈ গ'ল সৌমীনৰ গৃহ-লক্ষ্মী। ৰিক্তা তিথিৰ পিচৰ দশমীত বিসৰ্জ্জন হৈ গ'ল তাৰ দুখনি দেৱী-প্ৰতিমা। শূন্য হৈ গ'ল সৌমীনৰ গৃহ-সংসাৰ!

দিনৰ পিচে দিন শেষ হৈ যায়। কোনে জানিছিল—ইমান সোনকালে সৌমীনৰ এখন কেচা সংসাৰত বনজুইয়ে আগুৰি ধৰিব। কোনে জানিছিল অকল ইলাক্ষীক বুকত লবৰ কাৰণেই উৎপলা সৌমীনৰ ঘৰলৈ আহিছিল দুদিনৰ কাৰণে।

সংসাৰৰ পাপ-পঙ্কিল যন্ত্ৰণাবোৰ পাহৰিবৰ কাৰণেই সৌমীনে খায় মদ! কেৱল মদ—কেৱল মদ। বাগানখনৰ প্ৰতি শ্ৰদ্ধা, আস্থা, ব্যৱস্থাও সি লাহে লাহে পাহৰি আহিল। সি কলঘৰলৈ, অফিচঘৰলৈ নোযোৱাত পৰিল। আৰু বন্ধুৱাবেৰেকলৈ? নাই—তাৰ গুপ্ত প্ৰণয়িনী চামেলিৰ কাষলৈও আনকি সি নোযোৱা হ'ল কিয়? একুৰা ধৰ্ম্মৰ জুইয়ে তাক নিৰন্তৰ অন্তৰ দহিব ধৰিছে। সি চকুৰ আগতে দেখিবলৈ যেন পায় এটা ভয়ঙ্কৰ নিষ্ঠুৰ বিভীষিকা! জ'য় পৰি গ'ল তাৰ গৃহ! উৎপলাৰ বিদায়ৰ লগে লগে ঘৰ অৰণ্যত

পৰিণত হ'ল। গধূলিৰ বস্তি ম্ৰিয়মান। ঘৰটোত গোঁ-গোঁকৈ যেন কিবা এটা শব্দ উঠে। তাৰ হিয়াখন কঁপি যায়।

বাগানৰ অফিচৰ কেৰাণি, মহৰী, সাধনি সকলোৰে মুখে মুখে ফু-ফাকৈ ছি-ছা শব্দ। উৎপলা-ইলাক্ষীৰ কাৰণে বাগানখনত দুখ নকৰা লোক কোনো নেথাকিল। আনকি কুলী-মজুৰী বিলাকেও ফু-ফাকৈ সৌমীনক গৰিহনা দিবলৈ ধৰিলে। আৰু চামেলি? সামান্য বন্নুৱাৰ ছোৱালী হ'লেও তাইৰো হৃদয় অনুতাপদগ্ধ হৈ পৰিছিল। তাইৰ অন্তৰখনত ভয় লাগি উঠিছিল। তাই নিশ্চয়কৈ বুজি উঠিছিল যে তাইৰ কাৰণেই সৌমীনৰ সংসাৰত এই অশান্তিৰ দুৰ্য্যোগ আহি পৰিছেহি। তাইৰ কাৰণেই আজি উৎপলাৰো চিৰ বিদায়।

সৌমীনৰ উৎপলাৰ স'তে গৃহ-সংসাৰ ভাগ নাইকীয়া হৈ যোৱা বাগানৰ প্ৰতি লোকৰ মুখে মুখেই ৰাষ্ট্ৰ হৈ গ'ল।

শিৱসাগৰত সৌমীনৰ খুড়ায়েক গোবিন্দমাধৱেও ঘটনাতো কেনেবা কেনেবাকৈ পালে শুনিবলৈ। তেৱোঁ খবৰ-খাতি লবলৈ বাগানলৈ আহিল। আৰু কিছু কথা তাক বুজাই বৰাই তেৱোঁ গুচি আহিল।

উৎপলাই সৌমীনৰ গৃহ-সংসাৰ ত্যাগ কৰি যোৱাত ম্যেনেজাৰ চন্দ্ৰ চৌধাৰীয়ে বৰ বিশেষভাবে তেওঁ ভাবিবলৈ ধৰিলে। তেওঁৰ মনত এটা বদ্ধমূল ধাৰণাই ঠাই পালেহি। তেওঁ ভাবিলে—চামেলিয়াৰ লগত সৌমীনৰ নিশ্চয় বৰ ঘনিষ্ঠ প্ৰণয়েই ঘটিছিল। নতুবা উৎপলাই এনেকুৱা এখন সোণৰ সংসাৰ এৰি তাইৰ পোণা-কণক বুকুত লৈ এইভাবে বিদায় হৈ যাবই বা কিয়?—সৌমীনৰ সংসাৰত বৰ সোনকালেই গৃহ-জুই জ্বলি উঠিল। উৎপলাৰ এই গৃহ-বিচ্ছেদৰ কাৰণে তেওঁ অন্তৰে অন্তৰে বৰ অনুশোচনা কৰিলে।

সেইদিনা।

সৌমীনে কিবা এটা কথাত চন্দ্ৰ চৌধুৰীক মাতি পঠিয়ালে তাৰ বাংলালৈ। চন্দ্ৰচৌধাৰী বাগানলৈ ম্যেনেজাৰ হৈ অহাৰ পৰা মাত্ৰ এদিন আহিছিল সৌমীনৰ বাংলালৈ। এইয়া তাৰ দ্বিতীয় দিন। চন্দ্ৰচৌধুৰী আহিল। সৌমীনে তেওঁক তেওঁৰ ওপৰমহলালৈকে মাতি নিলে। চন্দ্ৰচৌধুৰীক বহিবলৈ দি সৌমীনে কলে—চৌধুৰী, মোৰ গা বিশেষ ভাল নাই। গতিকে অফিচঘৰলৈ মই যাব পৰা নাই। মই আপোনাক মতাইছিলোঁ অকণমান কথাৰ কাৰণে।

কওক বাৰু।

চৌধুৰী, মই মাতিছিলোঁ আপোনাক—আমাৰ বাগানৰ সেই চাহপাতৰ বাকী টকাবোৰৰ কাৰণে সেই দেৱদয়াল ৰয়, ৰত্নেশ্বৰ মুদৈ, গোপাল চহৰীয়া, সেইবোৰলৈ ৰেজেষ্ট্ৰী নোটিশ দিয়া হল নে?

হয় দত্ত। সকলোবোৰলৈকে দিয়া হৈছে।

চৌধুৰী, আপুনি অৱশ্যে বাগানৰ বহুকথাই এতিয়ালৈকে নেজানে। ভূতপূৰ্ব্ব ম্যেনেজাৰ ভৱানন্দ বৰুৱাই লাহৰীচাং বাগান যি কৰি থৈ গ'ল আপুনি সেইবোৰ বোধকৰোঁ এতিয়াও জনা নাই। ভৱানন্দদত্তৰ ধ্বংসমূলক আচনিকে এইবাৰ মহাজনসকলেও গ্ৰহণ কৰিছে। ইমানবোৰ হেজাৰ হেজাৰ টকা মহাজনবোৰৰ তাত বাকী পেলাই থৈ বনুৱা শ্ৰমিক চলোৱা একেবাৰে অসম্ভৱ হৈ পৰিছে। আপুনি নিজেও ইয়াৰ এটা বিশেষ ব্যৱস্থা লব বুলি মই আশা কৰিলোঁ।

আপুনি তাৰবাবে নেভাবিব দত্ত। এই বিষয়ে বাগানৰ মোৰ যথেষ্ট অভিজ্ঞতা আৰু পাৰদৰ্শিতাও আছে। অৱশ্যে বাকীদাৰ মহাজনসকলৰ টকা আৰু আদায় নকৰাকৈ এৰিমনে বুলি আপুনি ভাবিছে নে?

ধন্যবাদ! বাৰু আপুনি য'কৈ এতিয়া। চাহ-তাহ একাপ দিবলৈও.........

নেলাগে—নেলাগে। এইমাত্ৰ মই খাই আহিছোঁ। আপুনি অসুস্থ যেতিয়া অলপ বিশ্ৰাম লৈ থাকক। চন্দ্ৰচৌধুৰী বিদায় হৈ আহিল। ৰাস্তাই ৰাস্তাই চন্দ্ৰচৌধুৰীয়ে ভাবি আহিছিল—সৌমীনদত্তৰ উদং বাংলাটোৰ কথা। উৎপলা নাই। তাৰ ইলাক্ষী নাই। গৃহশূন্য সৌমীনৰ। বেৰত আঁৰি থোৱা এন্‌লাৰ্জ্জ কৰা উৎপলা-ইলাক্ষীৰ ফটো দুখনলৈকে সৌমীনে বাৰবাৰ দৃষ্টি কৰা চৌধুৰীৰ চকুত পৰিছিল—তেওঁ তাত বহি থকা কালখিনিৰ ভিতৰত।

সৌমীনে কিন্তু তাৰ ভগা সংসাৰৰ কথা চৌধুৰীৰ আগত ঘুণাক্ষৰেও নুলিয়ালে। আৰু চৌধুৰীয়েও সেইবিষয়ে সৌমীনক সোধা অপ্ৰয়োজনীয় ভাবি তেৰোঁ সৌমীনক একোকে নুসুধিলে। প্ৰশ্ন চৌধুৰীৰ অন্তৰত প্ৰশ্ন হৈয়েই থাকি গ'ল।

লাহৰীচাং বাগানৰ পৰিত্যক্তা ৰাজলক্ষ্মীক সৌমীনে জীৱনত আকৌ এবাৰ ফিৰাই পাব নে নেপায় কোনে জানে!

---

## ○ চতুৰ্দ্দশী

মোহনপুৰ টিটাবৰ ৰেল-ষ্টেশনৰ পৰা সামান্য কিছুদূৰত অৱস্থিত গাঁও মোহনপুৰ। বহুকাল আগতে ইয়াৰ কোনেও নামেই নেজানিছিল—নুশুনিছিল। ই তেনেই পিচপৰা ঠাই আছিল। কিন্তু জনবহুল।

আজি কেইবছৰমানৰ পৰা এই গাঁওৰে কেবাজনো মেধাবী ছাত্ৰই বিশ্ব-বিদ্যালয়ৰ ডিগ্ৰীলাভ কৰি ই, এচ্, ছি; এচ্, ডি, ছি; ইঞ্জিনীয়াৰ আদি পদৱীৰ চাকৰিত নিযুক্ত হৈছেগৈ। বছৰৰ পিচে বছৰ ধৰি এই ঠাইৰ সমৃদ্ধি সৌষ্ঠৱতা বাঢ়ি যাব ধৰিছে। প্ৰাচীন ধনাঢ্য ভদ্ৰলোক প্ৰমথদেৱ গোস্বামীয়ে তেওঁৰ মৃতা পত্নীৰ স্মৃতিৰক্ষাৰ্থে তাত ৺সুনীতিদেৱী গাৰ্লচ্ কলেজটো প্ৰতিষ্ঠা কৰি দিয়াৰ পিচৰে পৰা মোহনপুৰ আৰু জনাজাত যশস্যাৰে জিলিকি উঠিল। গোলাঘাট, টিটাবৰ, মৰিয়ানী, ফৰকাটিং আদিৰ ছোৱালীবোৰো সেই কলেজৰ হোষ্টেলত থাকি বি, এ মহলালৈকে পঢ়িবলৈ সুবিধা সুচল পালে। এতিয়া এই কলেজৰে পৰা বি, এ ডিগ্ৰী লৈ বছৰে বছৰে কত ছোৱালী এম, এ পঢ়িবলৈ গৌহাটী ইউনিভাৰ্চিটিলৈ আহিব লগীয়া হৈছে—লেখজোখ নাই।

অ', উৎপলাৰ কথা পাহৰিব নোৱাৰি। সেই হতভাগিনা উৎপলা গ'ল কলৈ? তাইৰ ছোৱালীজনীৰবা কি হ'ল? ইমান প্ৰকাণ্ড, এখন প্ৰতিহিংসাৰ পৃথিৱীত তাই জীয়াই আছে জানো? তাইৰ ইলাক্ষী! সেই আষাঢ়ৰ বৰ্ষা-এন্ধাৰ ৰাতি তিতি-ভিজি সৌমীন-গৃহৰ পৰা বিদায় লৈ অহা ইলাক্ষী! আছে জানো? ক'লৈ গ'ল মাক-জীয়েক দুজনী?

জীয়াই আছে তাই। তাই তাইৰ বুকুত পোণাজনীক লৈ জগতৰ নিদাৰুণ অত্যাচাৰ বুকুপাতি সহিবলৈ জীয়াই আছে তাই!

উৎপলা। তাই স্বামীৰ ইমান অন্যায় অত্যাচাৰৰ জীয়াতু ভুগিও জীৱনত সৌমীনদত্তক পাহৰিব পাৰিলেও তাই কিন্তু জীৱনত পাহৰিব নোৱাৰে নিৰঞ্জন দোকানীক। পাহৰিব নোৱাৰে তাৰ পত্নী—সুমিত্ৰাক। পাহৰিব নোৱাৰে সেই সিহঁতৰ বহুনিশাৰ আশ্ৰয়।

নিৰঞ্জন গেলামালৰ দোকানী। সৌমীনৰ বাংলাৰ পৰা এক মাইলৰ অনধিক দূৰত তাৰ দোকানখন। লাহৰীচাং বাগানৰ বাংলাৰ ঘৰুৱা আৱশ্যকীয় বস্তুবাহানি আদি প্ৰায় সদায়েই নিৰঞ্জন দোকানীৰ পৰা নিয়া হয়। দৰ্কাৰী বস্তুখিনিৰ বাবে উৎপলাই নিজহাতে শ্লিপ্ দিয়ে। অৱশ্যে বাকীকৈ নহয়।

তাই বাংলাৰ পৰা বিদায় হৈ অহা ৰাতি—সেই ইমান গহীন নিশা নিৰঞ্জন আৰু সুমিত্ৰাই তাইক কেনেকৈ সিহঁতৰ দোকানঘৰত সেই ৰাতি আশ্ৰয় দিছিল; কেনেকৈ তাইৰ সেঁতা পৰি যোৱা ছোৱালীজনীক জুই ধৰি সেকি-পুৰি দিছিল—কেনেকৈ কেনেকৈ কিমান সযত্নেৰে বিচনাপাতি পাৰি ধাৰি দিছিল—সিহঁতৰ সেই সকলো আপ্ৰাণ পৰিচৰ্য্যা তাইৰ মনত আছে। তাই আজিও ভাবে—ঈশ্বৰ আছে। তাই নিৰপৰাধিনী। তাইৰ প্ৰতি ঈশ্বৰ আছে।

ইমানদিনে ঘৰৰ মাল-পত্ৰৰ ফৰ্দ্দিত নিৰঞ্জনে উৎপলাৰ মাত্ৰ হাতৰ

চহীটোহে দেখিছিল। সেইদিনা তাইক তেনেকুৱা অসহায়া নিৰাশ্ৰয়াদৰে চচক্ষে দেখি সিহঁতে তাইক তাইৰ সেইৰাতিৰ আদ্যোপান্ত ঘটনা সুধিবলৈ আৰু শুনিবলৈ বাধ্য হৈছিল। উৎপলাই কিছুকথা লুক্-ঢাক্ কৰি কৈ গ'ল মাত্ৰ। তথাপি তাই যতই যি নকওক, সিহঁতে অন্তৰে অন্তৰে মানি লবলৈ বাধ্য হৈছিল যে কোনো এক দুৰন্ত দুৰ্ঘটনা নহ'লে তাই সেই ইমান বৰষুণৰ দুৰ্যোগ-ৰাতি তাইৰ পোণাজনীক লৈ কেতিয়াও তেনেকৈ নাহে।

নিৰঞ্জনৰ দোকানঘৰত ছোৱালীজনীক বুকত লৈ নিদ্ৰা আহিছিল জানো তাইৰ? জ্বৰাক্ৰান্ত ছোৱালীজনী। এটা অযোগ্য আচহুৱা অজানা মানুহৰ দোকানঘৰ! এফালে স্বামীৰ হিতাহিতজ্ঞানশূন্য অত্যাচাৰ। তাই কেৱল ৰাতিটো ইয়াকে ভাবিছিল যে—সেই দুখৰ ৰাতি কেতিয়া পোহৰ হয়। তাই যি কোনো প্ৰকাৰে হ'ক, ৰেলধৰি ১১ বজাৰ ৰেলখনতে গুচি যাবগৈ টিটাববলৈ। ষ্টেচনৰ পৰা সেইখিনি বাট মোহনপুৰলৈ তাই বাট বুলি হ'লেও যাব পাৰিব। ৰেলভাড়া? তাইৰ আঁচলত বন্ধা আছিল এখন দহটকীয়া নোট্ আৰু সত্তৰ নয়া পইছা। তাই সেইখিনিৰ কথা পাহৰিয়েই গৈছিল।

১১ বজাৰ ডাউন ট্ৰেইনখনতে আহি যথা সময়তে তাই টিটাবৰ পালেহি। ষ্টেশনৰ পৰা ছোৱালীজনীক কান্ধত লৈ প্ৰায় এক-দেড় মাইল ৰাস্তা তাই বাটকুৰি বাই আহি মোহনপুৰ ওলালহি। তাত তাইমানুহক সুধি সুধি পদ্মনাথ কলিতাৰ ঘৰ বিচাৰি উলিয়ালেহি।

এগৰাকী সুন্দৰী অসমীয়া গাভৰু। তাইৰ কান্ধত এজনী ৭।৮ বছৰীয়া কন্যা। পদ্মকলিতা আৰু তেওঁৰ পত্নী সুচৰিতাই প্ৰথমে তাইক সেই অৱস্থাত দেখি আচৰিত হৈ গ'ল। তাই বিচাৰি আহিছে সেই লাহৰীচাং বাগানৰ পৰা পদ্মকলিতাৰ-ঘৰ। অৱশ্যে বিস্ময়জনক কথাও। তাইক সসম্ভ্ৰমেৰে ভিতৰত বহিবলৈ দিয়া হ'ল। ছোৱালীজনী আৰু তাইৰ বাহিৰে—ইমান দূৰৰ পৰা আহিছে; অথচ

তাইৰ তেনে অন্য কোনো কানি-কাপোৰ, বাকচ-পত্ৰ, বেডিং-বিচনা লগত একোৱেই নাই।

সেইয়া তাইৰ ছোৱালীজনীয়ে কিবা অশান্তিত উচ্-পিচ্ কৰি আমনি কৰিব ধৰিছে।

সুচৰিতা আৰু পদ্মকলিতাই তাইৰ ওচৰতে বহিলহি। তাই জীৱনৰ আদ্যোপান্ত কৈ যাব ধৰিলে। তাই শিৱসাগৰ চহৰৰ স্বৰ্গীয় ৺নীলকমল চৌধুৰীৰ কন্যা—উৎপলাদত্ত।

নীলকমল চৌধুৰীৰ নাম শুনামাত্ৰকে পদ্মকলিতা বিস্ময়াভিভূত হৈ পৰিল।

নীলকমল চৌধুৰী আৰু পদ্মনাথ কলিতা নলে-গলে লগা আছিল বন্ধু! উৎপলাৰ দেউতাক জীয়াই থকাকালত—তাই শিৱসাগৰ কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত পঢ়ি থকা অৱস্থাতে এবাৰ পদ্মকলিতা মোহনপুৰৰ পৰা সিহঁতৰ শিৱসাগৰৰ ঘৰলৈ গৈছিল। যদিও সি আজি ভালেমান দিনৰ কথা। তথাপি কিন্তু পদ্মকলিতাৰ স্মৃতি-চেহেৰা আদি তাইৰ বেচ্ মনত আছে। তাই জগতত তাইৰ হিতাকাঙ্খী আৰু আপোন বুলিবলৈ মনেৰে বিচাৰি উলিয়াইছিল পদ্মকলিতাকে।

পদ্মনাথ কলিতা। সেই মোহনপুৰৰ সুনীতিদেৱী গাৰ্ল্‌চ কলেজৰ আছিল হিষ্ট্ৰিৰ প্ৰফেচাৰ। উৎপলাই মাত্ৰ সেইখিনিলৈকে তেওঁক জানিব পাৰিছিল! কলিতা কোনদিনা যে কলেজৰ পৰা ৰিটায়াৰ হৈ ঘৰতে বাহি আছিল উৎপলাই তেওঁৰ কথা আৰু সিমান দূৰলৈ জানি উঠা নাছিল। তাইৰ দেউতাক ৺নীলকমল চৌধুৰীৰ মৃত্যুৰ পিছত তাই কেনেকৈ কেনেকৈ এম, এ পাছ কৰিলে—কেনেকৈ কেনেকৈ লাহৰীচাং বাগানৰ মালিক সৌমীনদত্তৰ লগত তাইৰ বিয়া হৈ গৈছিল, অন্তৰৰ আপোনজনৰ দৰে সকলো কথা সুচৰিতাহঁতক থোৰতে থোৰতে কৈ গ'ল তাই। আৰু সেই আষাঢ়ৰ

ঘন বৰষাৰাতি তাই কেনেকৈ স্বামী পৰিত্যক্তা হ'ল, তাই তাইৰ একমাত্ৰ ছোৱালীজনীকে বুকত লৈ আহি কেনেকৈ কেনেকৈ মোহনপুৰ পাইছেহি দুধাৰি অশ্ৰু-লোতকেৰে কৈ গ'ল তাই! তাইৰ এতিয়া সেই যাতনাদগ্ধ জীৱনত পদ্মকলিতাৰ বাহিৰে আৰু অন্য কেৱে নাই।

তাইৰ জীৱনৰ দুঃসহ ইতিহাস শুনি পদ্মকলিতাৰো মনত পৰি উঠিল বহু অতীতৰ কথা। অৱশ্যে তাই তেওঁৰ পৰম বন্ধু নীলকমলৰে ছোৱালী। তেওঁ অৱশ্যে কেবাবছৰৰ আগতে শিৱসাগৰত নীলকমলৰ ঘৰতে তাইক দেখিছিলো। তেওঁৰো ঠিক মনত আছে।

পদ্মকলিতা আৰু উৎপলাৰ পৰস্পৰ পৰিচয় হৈ গল। উৎপলাহঁতৰ শিৱসাগৰৰ পৈতৃক সম্পত্তি মাটীঘৰখিনি বিক্ৰী হৈ গ'ল। শুনি মনে মনে কলিতাই বৰ দুখ অনুভৱ কৰিলে। মনে মনে তেওঁৰ আৰু অনুশোচনা ভৰি আহিল। উৎপলা একালৰ বন্ধু নীলকমলৰ কন্যা। স্বামী পৰিত্যক্তা!

সুচৰিতাই পদ্মকলিতাক ক'লে,—আই ঐ দেহি! পোণাডুখৰিক বুকত লৈ ইমান দূৰলৈ লাহৰীচাং বাগানৰ পৰা আমাকে আশ্ৰয় কৰি আহিছে দেহি!

জৰুৱা ছোৱালীজনীয়ে কষ্ট পোৱা যেন দেখি কলিতাই আৰু দেৰী নকৰিলে। তেওঁলোকৰ বাসগৃহৰ একাষে আলহী-অতিথিৰ কাৰণে নতুনকৈ সজা সৰু টীনৰ ঘৰটোৰ এখোঁটালিতে উৎপলাক আশ্ৰয় দিলে নি। তাই আৰু তাইৰ ছোৱালীজনীৰ একেবাৰে বস্ত্ৰ-কাপোৰাদি নোহোৱা দুৰৱস্থা দেখি কলিতাই তাইক নতুন কাপোৰ-কানি,. বিচনা-তুলি, বালিচ, আঠুৱা আদি কৰি যোগাৰ দিলে। ৰন্ধা-বঢ়া, খোৱা-বোৱা, কেৰাহি, বাচন-বৰ্ত্তন আদিলৈকে তাই পূৰ্ণমাত্ৰা সহায়-সুবিধা পালে।

তাইৰ কগ্না ছোৱালীজনী বিচনাত পৰি থকা অৱস্থাত সুচৰিতাহঁতে ঘনেপতি একোবাৰ আহি আহি চাই গৈছিলহি!

কলিতাৰ পৰম বন্ধু নীলকমল চৌধুৰীৰ কন্যা। তাইৰ আজি এই দুৰ্দ্দশা ভাবি—উৎপলাৰ মলিন মলিন মুখখনিলৈ চাই কলিতাৰ হিয়াখন তাইৰ প্ৰতি অনুগ্ৰহ আৰু অনুকম্পাৰে ভৰি গ'ল। হাঁয়! তাই এম, এ পাছ ছোৱালী!—কি দুৰৱস্থা! কলিতাই উৎপলাক এটি প্ৰকাণ্ড আশ্বাসেৰে খোলাখুলিকৈ তাইৰ আগত কৈ গৈছিল,—ঘৰৰ ভাড়া বাবদ তেওঁ উৎপলাৰ পৰা কোনোদিনেই এটা ফুটাকড়িও নিবিচাৰে। উৎপলা নীলকমল চৌধুৰীৰ ছোৱালী যেতিয়া তাই যেন তেওঁৰে নিজৰেই ছোৱালী। তাই যিমান কাল তেওঁৰ ঘৰত থাকিব খোজে সিমান কালেই তাই বিনাভাড়াই থাকিব। তাৰ বাহিৰেও তাইক খোৱা-লোৱালৈকে আদি কৰি সকলো অভাৱ-অভিযোগৰ দায়ীত্বও কলিতা-দম্পতীয়ে গ্ৰহণ কৰিব। তাইৰ সকলো অভাৱ তেওঁলোকেই তাইক পূৰণ কৰিব।

উৎপলাই ইয়াকে ভাবিছিল—এদিন এক অসহায় ৰাতি নিৰঞ্জন আৰু সুমিত্ৰাৰ পৰা তাই যি আদৰ-উপকাৰ পাইছিল, ঠিক তেনেকৈয়ে আজিও তাই কলিতা-দম্পতিৰ পৰা তেনে সহায় আৰু আশ্ৰয় পাইছেহি।

নিৰাশ্ৰয়ৰ প্ৰতি আশ্ৰয়ৰূপে ভগৱান—জগতত—নাই বুলি কয়—কোনে?

---

## ০ পূৰ্ণিমা

পদ্মকলিতাৰ আশ্ৰয়তে ব'ল উৎপলা। তাই তেওঁলোকৰ কতই সহায়-সহানুভূতি পালে। ৰোগাক্ৰান্ত ছোৱালীজনীয়েও তেওঁলোকৰ পৰা কতই যে পৰিচৰ্য্যা-আল-পৈচান আদি পালে। তাই কলিতা দম্পতীৰ মৰম আৰু অনুগ্ৰহ জীৱনত কোনোমতেই পাহৰিব নোৱাৰে। লগতে নিৰঞ্জন আৰু সুমিত্ৰাকো তাই জীয়াই থকা কালত কেতিয়াও নেপাহৰে।

তেওঁলোকৰ উদাৰ সহায়-সহানুভূতি আৰু মৰম-চেনেহবোৰলৈ চাই উৎপলাৰ নিজৰ অন্তৰখনেই লজ্জাৱনত হৈ আছে। তাইয়ো এক সন্মানী আভিজাত্য ঘৰৰে ছোৱালী। এক বিশাল ঐশ্বৰ্য্য বিভূতিৰেপূৰ্ণ গৃহস্থৰে তিৰোতা। তাইৰো লাজ আছে। আত্মসন্মান আছে। হ'ল বুলি তাই একেঘৰ মানুহকেনো আৰু কিমান আমনি দি থাকিব? খোৱা-বোৱা বস্ত্ৰ-বাহানিৰ পৰা অসুখীয়া ছোৱালীজনীৰ ঔষধপত্ৰলৈকে। সেইমাত্ৰ একেঘৰ মানুহ! আৰু হ'ল বুলি কলিতা ঘৰেইবা তাইক কিমান কি যোগান দি থাকিব? কলিতাঘৰৰ সেইবোৰ আদৰ-অনুকম্পা তাইৰ অন্তৰখনত আঘাত লাগি উঠে।

ইমান ধনাঢ্য ঘৰৰ তিৰোতা হৈ তাই আজি কাৰ ঘৰত কেনেভাবে আশ্ৰিতা হৈছেহি। অন্তৰখন কান্দি উঠে তাইৰ।

সেইবোৰ কথাকে ভাবি ভাবি তাই দৃঢ়সংকল্প হ'ল তাই কেনেকৈ কলিতাঘৰক তাইৰ ভৰণ-পোষণৰ পৰা মুক্তি দিব পাৰে।

ৰত্নেশ্বৰ মুদৈ। তাৰে তেওঁ ওচৰৰে দোকানী। গেলামালৰ দোকান আছে। উৎপলা আহিল মুদৈৰ ওচৰলৈ। তাই মিনতি কৰিলে মুদৈক। তাই তেওঁৰ দোকানৰে মালামাল বাকীকৈ খাব। আৰু মাহশেষত ইংৰাজী পহিলা তাৰিখেই তেওঁৰ প্ৰাপ্য উৎপলাই পৰিষ্কাৰ কৰি দি যাবহি। তাতে মুদৈয়ে যেতিয়া জানিব পাৰিলে যে তাই আহি পদ্মকলিতাৰ ঘৰ ভাড়া লৈছেহি—তেওঁৰ দোকানৰ বাকী টকা কোনোমতেই মৰা পৰিব নোৱাৰিব।

উৎপলাই চাউল, নিমখ, তেল ইত্যাদি সকলোবস্তুৱেই বাকী কৰিলে ৰত্নেশ্বৰ মুদৈৰ দোকানৰ পৰাই। আৰু মাহশেষত য'ৰে তৰে পৰাই মুদৈৰ টকা তাই যেনেকৈয়ে হ'ক পৰিশোধ কৰি যাবহি। তাই বিশেষকৈ ভৰষা কৰি উঠিছিল তাই যেই সেই এঠাইত ল'ৰা বা ছোৱালী এজনীৰ টিউছন এটা পালেও তাই মাহে অন্ততঃ ৬০ টকা হলেও উপাৰ্জ্জন কৰিব পাৰিব। সেইখিনি হ'লেও তাই মুদৈৰ দোকানৰ বাকীখিনি নিশ্চয় পৰিশোধ কৰিব পাৰিব। সিও যদি হৈ নপৰে তথাপিতো তাই পইচাৰ কাৰণে ভাবিবলগীয়া নাই। তাইৰ দুহাতে দুপাত আছে সোণৰ বালা। ওজন চাৰে তিনি ভৰিকৈ সাত ভৰি। তাইৰ বিয়াৰ দিনা তাই লগত পাইছিল পিতৃগৃহৰ পৰা। অধীৰথে একেজনী ভনীৰ লগত যথেষ্ট সম্পত্তি দিছিল। মুদৈৰ দোকানৰ মালামাল বাকী খোৱাত তেতিয়া তাইৰ তেনেকৈ ভাবিবলগীয়া বিশেষ একোকে নাছিল।

ৰত্নেশ্বৰ মুদৈয়েও তাইৰ সকৰুণ দুৰৱস্থা দেখি তেওঁৰ অন্তৰত তাইৰ প্ৰতি কিবা এটা পুতৌ জন্মি উঠিল। আৰু তাইৰ প্ৰত্যেকখন

প্লিপত্তে মালামাল বাকীকৈ দি যাব ধৰিলে। যাহক, কলিতা-ঘৰে এইখিনিতে কিছু সকাহ পালে।

তাইৰ শিক্ষাৰ ডিগ্ৰী আছে। তাই য'তে ত'তে কোনো স্কুল-কলেজাদিত চাকৰি কৰাও তাইৰ সামৰ্থ্য আছে। পদ্মকলিতাৰ ঘৰলৈ অহা নতুন অসমীয়া আৰু আসাম ট্ৰিবিউন্‌খন তাই নিতৌ চাই থাকে। কিজানি ক'ৰবাত চাকৰি-বাকৰি এটাৰ সুবিধা ওলাইয়েই।

তাইৰ ইলাক্ষী। এদিন ভাল—দুদিন বেয়া। তাই দিনকে দিনে ভগ্নস্বাস্থ্য হৈ আহিবলৈ ধৰিছে। তাইৰ কাৰণেই এতিয়া ধন অৰ্থৰ বিশেষ আৱশ্যক। উপযুক্ত ঔষধপত্ৰ নাই। উচিত আহাৰ পথ্যৰ অভাৱ। কলিতা-ঘৰেই বা কিমান আহুকাল আমনি সহি থাকিব ?

অন্য এদিন।

মোহনপুৰৰ অন্যতম ধনাঢ্যলোক ঘনশ্যাম ভট্টাচাৰ্য্য। ধনে-ধানে পূৰ্ণ গৃহস্থী। দুইতালা ৰিং-কংক্ৰিটৰ বিল্ডিং। ফিয়েট্ এখনো আছে। দেউতাকে এৰি থৈ যোৱা অগাধ সম্পত্তিৰ মালিক—ঘনশ্যাম ভট্টাচাৰ্য্য! তেওঁৰ একমাত্ৰ ছোৱালী শতৰূপা দেৱী। গাভৰু। আৰু একেটা লৰা মৃদুল। মাত্ৰ বয়স তাৰ ১০ বছৰ। দ্বিতীয় শ্ৰেণীত পঢ়ে। পঢ়াশুনা শেষ কৰি শতৰূপা থাকিলগৈ কেইমাহমান ডিব্ৰুগড়ত। মোমায়েকহঁতৰ ঘৰত।

তেতিয়ালৈকে ঘনশ্যাম ভট্টাচাৰ্য্যই নানা ধন-অৰ্থৰ প্ৰলোভন দেখুৱাইয়ো দৰা ল'ৰা এটা ঘৰৰ দুৱাৰমুখলৈ আনিব পৰা নাই।

এজন দহবছৰীয়া লৰাৰ পক্ষে আজিকালি যিখিনি পঢ়াৰ দৰকাৰ মৃদুলৰ পঢ়াৰ মানদণ্ড অৱশ্যে তাৰ সেইখিনিলৈকে পোৱাগৈ নাছিল। পঢ়া-শুনাত সি তেনে ভালো নহয়।

সেয়ে ভাবি-চিন্তি মৃদুলক ঘৰতে টিউশন্ কৰিবলৈ ঘনশ্যাম

ভট্টাচাৰ্য্যই দিলে আসাম ট্ৰিবিউনত এড্‌ভাৰটাইজ্‌মেণ্ট। গধূলি গধূলি এক দেৰঘণ্টামান মাত্ৰ পঢ়াব লাগে। মাহে ৬০৲ টকা।

এড্‌ভাৰটাইজ্‌মেণ্ট্‌। আসাম ট্ৰিবিউনত চকুত পৰিল উৎপলাৰ। মানুহক সুধি সুধি আহি তাই নিজেই ঘৰ উলিয়ালেহি ঘনশ্যাম ভট্টাচাৰ্য্যৰ। পদ্মকলিতাৰ ঘৰৰ পৰা প্ৰায় ৪ ফাৰ্লং। ঘনশ্যাম ভট্টাচাৰ্য্যৰ লগত তাইৰ কথা-বাৰ্ত্তা শেষ হ'ল। মাহে ৬০৲ টকাত মৃদুলক ঘৰতে আহি-আহি পঢ়ুৱাবলৈ ধৰিলে উৎপলাই।

তাই গধূলি গধূলি টিউশনলৈ অহাৰ সময়ত কেতিয়াবা ইলাক্ষীৰ জ্বৰ-জাৰি উঠিলেও সুচৰিতাহঁতেই তাইৰ ৰখীয়া-পৰীয়া হৈছিলহি।

এতিয়া তাইৰ মাহে ৬০৲ টকাৰ দৰমহাৰেই যাহক ৰত্নেশ্বৰ মুদৈৰো মাহিলি বাকীখিনি প্ৰত্যেক মাহতে তাই পৰিশোধ কৰি দি যাব পাৰিব। মুদৈয়েও এতিয়া আৰু তাইক মাল বাকীকৈ দিয়াত একো অন্যথা নেভাবে।

এনেকৈ-এনেকৈ মৃদুলৰ টিউশনৰ ৩।৪ মাহ অতিক্ৰম কৰি গ'ল। এই কালছোৱাৰ ভিতৰত ঘনশ্যাম ভট্টাচাৰ্য্যৰ যে আৰু এজনী শতৰূপাদেৱী গাভৰু ছোৱালী আছে উৎপলাই নেজানিছিল। কাৰণ শতৰূপা তেতিয়া আছিল মোমায়েকহঁতৰ ঘৰত—ডিব্ৰুগড়ত। ভট্টাচাৰ্য্যৰ ঘৰত আৰু কোন ক'ত আছে-নাছে উৎপলাই সুধি জানিবৰে বা প্ৰয়োজন কি!

পেপাৰৰ ওপৰত নিত্যনৈমিত্তিক দৃষ্টি ৰখা উৎপলাৰ এটা হেবিট্‌ হৈ পৰিছিল। সেইদিনা পদ্মকলিতাৰ ঘৰৰ আসাম ট্ৰিবিউনখনত খপ্‌ কৰি চকুত পৰিল আৰু এটি এড্‌ভাৰ্‌টাইজ্‌মেণ্ট্‌। সুনীতিদেৱী গাৰ্ল্‌চ্‌ কলেজ; এজন অসমীয়া বিভাগত লেকৃছাৰাৰ লাগে। অন্ততঃ হাইচেকেণ্ড্‌ক্লাচ্‌ মাষ্টাৰ ডিগ্ৰীহলডাৰ। অনাৰ্চ্‌ গ্ৰেজুয়েট্‌। একাদিক্ৰমে মেট্ৰিকুলেশন পৰীক্ষাৰ পৰা মাষ্টাৰ ডিগ্ৰীলৈকে এটেচ্‌টেড্‌ মাৰ্ক্‌চিত দিব লাগে দৰখাস্তৰ লগত। শেষ তাৰিখ ২০ জুলাই।

প্ৰিন্সিপেল, সুনীতিদেৱী গাৰ্লচ কলেজ। মোহনপুৰ। ১লা জুলাই !

এড্‌ভাৰটাইজ্‌মেণ্ট্‌তো উৎপলাই পদ্মকলিতাকো দেখুৱালে। দৰখাস্ত দাখীল কৰা তাৰিখ আগত আৰু ১৯ দিন।

এতিয়া তাই ইফালেও নিৰুপায়! তাই সৌমীনৰ পৰা বিদায় লৈ অহা ৰাতি মাৰ্ক্‌চিত্‌-ডিপ্লোমা আদি সেইবোৰ তাই লগত লৈ আহিছিল জানো? নাই অনা। সেই এক বিচ্ছেদৰ ৰাতি তাই এইবোৰৰ কথা ভাবিবলৈ বা পাইছিল ক'ত? তাই এতিয়া এখন দৰ্খাস্ত কৰিবলৈও সেইবোৰৰ আৱশ্যক।

পদ্মকলিতাই তাইৰ পাছকৰা বছৰ আৰু ৰোল নম্বৰ সোধাত তাই সকলো মনত আছে বুলি ক'লে। তেওঁ তাকেই সাৰোগত কৰি নিজেই টকা পইছা পঠাই দি গুৱাহাটী ইউনিভাৰ্চিটীৰ পৰা তাইৰ মেট্ৰিক, আই, এ, ; বি, এ, আৰু এম, এ-ৰ চাৰিখন মাৰ্ক্‌চিত্‌ বৰ জৰুৰীকৈ যথা সময়ত অনাই দিলে তাইক। দৰখাস্তখনো তেওঁ নিজেই ড্ৰাফ্‌ট্‌ কৰি টাইপ্‌-চাইপ্‌ কৰি অনালে। তাই আৰু কলিতাক মাৰ্ক্‌চিত কেইখন কপি কৰি আনিবলৈ আকৌ কবনে? দৰখাস্তৰ লগত অৰিজিনেল কেইখনকে গাঁথি দিলে তাই।

জুলাইৰ ১৯ তাৰিখ। তাইৰ ছোৱালীজনীৰ ৰাতিৰে পৰা জ্বৰ উঠিছে। সুচৰিতাক ৰখীয়া দি তাই দৰখাস্তখন হাতত লৈ কলেজ পালেগৈ। কলেজত প্ৰিন্সিপেলজন নাই। তাই দৰখাস্তখন হেড্‌-এচিচ্‌টেণ্ট্‌জনৰ হাতত দিলেও হব বুলি আন এগৰাকী প্ৰফেছাৰে কোৱাত তাই সেইমতে দৰখাস্তখন হেড-এচিচ্‌টেণ্ট্‌জনৰ হাতত‌েই দি গুচি আহিবলৈ উদ্যত হ'ল।

তাই কি দেখিলে তাত?

কলেজখনত সোমাই যোৱাৰ লগে লগেই কোনোবা এক দূৰ অতীত দিনৰ দুৰ্ভেদ্য এন্ধাৰবোৰৰ পৰা এচমকা হেৰোৱা পোহৰ ভবি

আহিল তাইৰ অন্তৰখনলৈ। তাইৰ মনটো কিবা হৈ গ'ল; কেৱল জানিলে মাত্র তাইয়েই। কলেজৰ নানা ঠাইৰ নানাৰকমৰ কত ছাত্রী। নানাৰকম পুৰুষ-মহিলা প্রফেছাৰ সকলক দেখি তাই ভাবি উঠিছিল সিহঁতবিলাকৰ দৰে তাইয়ো যদি সেই কলেজতে চাকৰিটো পালেহেঁতেন। অশ্রুভাৰাক্রান্ত নয়নেৰে তাইৰ অন্তৰখন বিহ্বল হৈ গ'ল। বাটে বাটে ভাবি গল তাই—তাইৰ সকলো অভাৱ-অভিযোগ—স্বামীৰ অবাধ লাঞ্ছনা। হয়তো সেই চাকৰিৰ জৰিয়তেই জীৱনৰ সেই সকলোবোৰ পাহৰি গ'ল হয়।

কলেজৰ পৰা আহি ঘৰ পালেহি উৎপলা। কওঁ-নকওঁকৈ তাই এক বেদনাহত দীনতাৰে তাই পদ্মকলিতাক অনুৰোধ কৰিলে। তেখেত একালত সেই কলেজতে আছিল। বৰ্ত্তমান ৰিটায়াৰ হৈছে। সেই কলেজৰ প্রিন্সিপেলজন আৰু অন্যান্য দুই এজন প্রফেছাৰৰ লগতো তেখেতৰ নিশ্চয় চিনা-পৰিচয় আছে। তাইক তেখেতে যিখিনি উপকাৰ কৰিছে তাৰ ঋণতো জীৱনত তাই কোনোকালেই পৰিশোধ কৰিব নোৱাৰেই। তথাপি চাকৰিটোৰ বিষয়ে যদি তেখেতে বিশেষকৈ প্রিন্সিপেলজনকে অলপ ধৰামেলা কৰিলেগৈ হয়—তথাপি কিজানি ক'ৰবাত তাইৰ কপালখিনিয়েই মুকলি হ'ল হয়।

তাইৰ বিনম্র অনুৰোধত পদ্মকলিতাই তাইক কৈ গ'ল সান্ত্বনা দি। বৰ্ত্তমান প্রিন্সিপেলজনৰ লগত তেখেতৰ কোনো পৰিচয় নাই। মানুহজন গোলাঘাটৰ। তেওঁ মাত্র অলপ কেইবছৰমান আগতে আহি কলেজখনত লেকচাৰাৰ হিচাবে সোমাইছিলহি। এইবাৰ গভৰ্ণিং-বডিয়ে তেওঁক প্রিন্সিপেলপদলৈ তুলি নিছে। কলেজত আনকি ভাইচ্-প্রিন্সিপেলজনক—প্রিন্সিপেলপদলৈ নিনি এজন জুনিয়ৰ লোকক গভৰ্ণিং-বডিয়ে এইভাৱে প্রমোচন দিয়াত দেশত এটা ডাঙৰ আলোড়ন হৈ চৈ লাগি আছে। আৰু দেশৰ জনতাই তাৰ বিৰুদ্ধে কেবাখনো পেপাৰত লিখা-লিখি আজিলৈকে চলাই আছে।

অৱশ্যে আজিকালি দিনত চাকৰি ক্ষেত্ৰত বেকিংটোৱেই আচল কথা। মেৰিট্, এক্স্‌পিৰিয়েন্স্ আদি পৰি থাকে ক'ৰবাত। আমাৰ দেশৰ এডুকেশন-ডিপাৰ্ট্‌মেণ্টতো এইবোৰ নানাৰকম কৰাপ্‌ছন সোমাইছেহি আজিকালি। এইবোৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰোঁতা দেশত মানুহেইবা আছে কেইজন ?

পদ্মকলিতাই উৎপলাক ইমানখিনিকে প্ৰবোধৰ সুৰত কৈ থ'লে।



## ● প্ৰতিপদ

এখন চিঠি। এখন খাকীৰঙৰ দীঘলখামৰ চিঠি। অফিচিয়েল। কিনাৰত চিল্ মৰা আছে। সুনীতিদেৱী গাৰ্লচ্ কলেজ। জুলাইৰ ২৫ তাৰিখ—সেইদিন। সেইয়া শ্ৰীমতী উৎপলা দত্তৰ নামত আৰু শ্ৰীপদ্মনাথ কলিতাৰ এড্ৰেছত অহা চিঠি। আগষ্টৰ ২ তাৰিখে সেইয়া উৎপলাৰ ইন্‌টাৰভিউৰ চিঠি। সুনীতিদেৱী গাৰ্লচ্ কলেজত। ১০ বজাত। এজন অসমীয়া লেক্‌ছাৰাৰ কাৰণে।

প্ৰথমেই উৎপলাই চিঠিখন পঢ়ি চাই তাইৰ ঘাত-প্ৰতিঘাত অন্তৰখনত কিবা এটা হৰ্ষ-বিষাদৰ আলোড়ন উদ্বেলিত হবলৈ ধৰিলে। চিঠিখন তাই সুচৰিতা আৰু পদ্মকলিতাকো দেখুৱালে। সিহঁতেও যথেষ্ট আনন্দ পালে। তাইৰ কিজানি দিন মুকলি হৈছেই।

আৰু মাত্ৰ আঠদিন। ইণ্টাৰভিউলৈ আৰু মাত্ৰ আঠটা দিন। তাই কোনদিনাতে এম, এ পাছ কৰিলে। সৌমীনৰ সংসাৰখনতো প্ৰায় ৮।৯ বছৰেই। ইণ্টাৰভিউ দিবলৈ তাইৰ আগৰ সেই আৱশ্যকীয় সংশ্লিষ্ট কিতাপ-পত্ৰবোৰৰ কথাবোৰ তেনেকৈ মনত আছে জানো? নহলেও কিছুমান বৰ আৱশ্যকীয় প্ৰশ্নোত্তৰ তাই বেডী কৰি লৈ যাব লাগিবতো।

যাহক, পদ্মকলিতাই সেই কলেজৰে এজন অসমীয়াৰ প্ৰফেছৰৰপৰা তাই বিছৰা কেইখনমান কিতাপ যোগাৰ কৰি তাইক আনি দিলেহি। ঘৰুৱা জহ্-জেঙা আহুকাল মাৰিও অৱসৰমতে তাই তাইৰ অন্তৰে আৱশ্যক বোধকৰা কিছুমান অধ্যায় তাই চেগা চৰকাকৈ পঢ়ি চাই গ'ল। যেনেকৈ হ'ক তাই যি কিছু আয়ত্ত কৰিব পাৰে।

পুৰণি এৰি অহা বহুকথা পঢ়ি জানিবৰ কাৰণে তাই সেই কেটাদিন অহোপুৰুষাৰ্থ কৰিলে। আনকি সেই কেইটাদিন মৃদুলৰ টিউশনলৈ যোৱাবো ঠান্-থিতি নোহোৱা হ'ল। ৰাতি-দিন তাইৰ একমাত্ৰ চিন্তা হৈ থাকিল ২ তাৰিখৰ ইণ্টাৰ্ভিউৰ দিনটোলৈ। অন্তৰত ভয়ো লাগি উঠিল তাইৰ। কিজানি কি হয়! কিজানি কি হয়!

দেশত যি দুৰ্নীতিয়ে নোহোৱা নোপোজা ঘটনাৰ ঠাই পাইছে এই এক সমস্যাসঙ্কুল প্ৰতিযোগীতাত তাইৰ সহায় একমাত্ৰ সেই ঈশ্বৰৰ বাহিৰে আৰু অন্য কোনো নাই।

তাই মনে মনে আৰু এক সঙ্কল্প কৰি বৈছিল। মৃদুলৰ দেউতাক ঘনশ্যাম ভট্টাচাৰ্য্য। সেই অঞ্চলৰ ভিতৰত বিশেষ ধনাঢ্য লোক। তাৰ মুৰুব্বী ৰৰমুৰীয়াসকলৰ লগত তেখেত বেচ্ সান্নিধ্য আৰু ঘনিষ্ঠতা থকা লোক। এই ৩।৪ মাহ টিউশন্ কৰি তাই নিজেই নিজ চকুৰে দেখা পাইছে। কত কত ডাঙৰ পদৱীৰ মানুহ তেওঁৰ দুৱাৰমুখত ফাৰ্ষ্ট ক্লাচ্ মটৰ ৰাখি তেওঁৰ অট্টালিকাৰ ভিতৰলৈ সদৰ্পে সোমাই যায়। তাই এবাৰ ঘনশ্যাম ভট্টাচাৰ্য্যকে হাতে-ভৰিয়ে ধৰি কৈ চাব। যেন তাইৰ চাকৰিটোৰ বিষয়ে তেখেতেও অলপ চেষ্টা-যত্ন কৰে। তেখেতসকল হাত দীঘল লোক। তেওঁলোকসকলৰ একোটা কথাত এখন পৰ্ব্বত ভাঙি যায়। সেই বিষয়ত তাই ঘনশ্যাম ভট্টাচাৰ্য্যৰ অনুগ্ৰহ বিচাৰিব। তাই এতিয়া তেখেতৰ ঘৰৰে অৱ-

প্ৰাৰ্থী। তেখেতেই তাইৰ অন্নদাতা—পদ্মকলিতাৰ পিচতেই তেখেত বৰ্ত্তমান।

তাই একোবাৰ ভাবি উঠে, পদ্মকলিতাৰ হতুৱাই ভট্টাচাৰ্য্যক কিবা কোৱাব নেকি? তাই মনটোতে আকৌ সামৰি লয়। হ'ল বুলি তেওঁকেনো আৰু কিমান বেজাৰ দি থাকিব। তাইনো নিজে কাৰ তালৈ যাব? ঘনশ্যাম ভট্টাচাৰ্য্য আৰু পদ্মকলিতাৰ বাহিৰে সেই অঞ্চলত আৰু তাইৰ কোনোবা আছে জানো?

সকলো ব্যৰ্থতা আৰু দুৰাশাৰ শেষত—এটা দুৰাকাঙ্ক্ষাৰ মাজত তাই ভাবি ৰ'ল একমাত্ৰ ঈশ্বৰকে।

---

## ● দ্বিতীয়া

ঘনশ্যাম ভট্টাচাৰ্য্যৰ ঘৰত শ্ৰাদ্ধ। তেওঁৰ দেউতাকৰ বাৎসৰিক শ্ৰাদ্ধৰ দিন। ২৭ জুলাই।

ভট্টাচাৰ্য্যই ৺দেউতাকৰ শ্ৰাদ্ধলৈ সেই অঞ্চলৰ আশেপাশে থকা তেওঁৰ মিতিৰ-কুটুম আৰু পৰিচিত ভদ্ৰলোকসকলক সেইদিনা আবেলিলৈ নিমন্ত্ৰণ কৰিলে। সেইদিনাৰ কাৰণে ঘৰত অপৰ্য্যাপ্ত খা-যোগাৰ আয়োজন হৈ উঠিল।

শৰাধলৈ বিশেষকৈ নিমন্ত্ৰিত হ'ল—সুনীতিদেৱী গাৰ্ল্‌চ্‌ কলেজৰ প্ৰিন্সিপেল মিঃ বি, বৰুৱা, ভাইচ্‌ প্ৰিন্সিপেল লোকনাথ ভূঞা, এড্‌ভোকেট্‌ ৰবীন চৌধাৰী, নেহেৰু বিদ্যাপীঠ কলেজৰ প্ৰিন্সিপেল জগন্নাথ শৰ্ম্মা।

ঘৰটোত ইমানবোৰ কাজকামৰ দিনত ঘৰত বনকাম কৰা নন্দীৰামটো এতিয়াহে ঘৰলৈ যাবলৈ পালে।

উপৰোক্ত ভদ্ৰলোকসকল বহিবলৈ সুকীয়াকৈ সজ্জিত কৰি ৰখা কোঁঠাটোলৈ ঘনশ্যাম ভট্টাচাৰ্য্য সোমাই আহি—পুনঃ ভিতৰলৈ চাই মাতিবলৈ ধৰিলে—ৰূপা, অ' ৰূপা!

ভিতৰৰ পৰা শতৰূপা ওলাই আহিল। কি দেউতা।

এই নন্দীৰামটোও আজিহে মৰিবলৈ গ'ল ঘৰলৈ। এই টেবুল-চেবুলবোৰ অলপ চাফা-চুফা কৰি থ'হিছোন। তোৰ এম্ব্ৰডাৰী কৰা টেব্‌লক্লথ্‌ এখনো লৈ আহ্‌। পাৰি দেহি ওপৰতে।

বাৰু দিম দেউতা।

আজি শৰাধলৈ গাৰ্ল্‌চ্‌ কলেজৰ প্ৰিন্সিপেল্‌ আৰু কলেজৰ গভৰ্ণিংবডীৰ মেম্বাৰ কেবাজনো আহিব। মই তেওঁলোকৰ প্ৰায় আটাইকেউজনকে নিমন্ত্ৰণ কৰিছোঁ। এম, এ পাছ কৰি ইমানদিনে ডিব্ৰুগড়ত মোমায়েৰহঁতৰ ঘৰতে থাকিলি গৈ। আমাৰ প্ৰিন্সিপেল বৰুৱা ডাঙৰীয়াই তোকতো আজিলৈকে চকুৰেও দেখা নাই। তেখেতৰ লগতো তোক পৰিচয় কৰাই দিব লাগে। তেখেতক কৈ মেলি যাহ'ক তোৰ নামটোও ইন্‌টাৰভিউত সুমুৱাই দিয়াইছোঁ।

তেতিয়া শতৰূপাই একো নেমাতিলে!

জুলাইৰ ১লা তাৰিখে এড্‌ভাৰ্‌টাইজ্‌মেণ্ট্‌তো দেখি ঘনশ্যাম ভট্টাচাৰ্য্যই টেলিগ্ৰাম দি ডিব্ৰুগড়ৰ পৰা শতৰূপাক মতাই অনাইছিল। তাই আহি পহিলা সপ্তাহতে মোহনপুৰ দেউতাকৰ ঘৰ পাইছিলহি। সেই কলেজত সেই অসমীয়া লেক্‌ছাৰাৰৰ কাৰণে দৰখাস্ত কৰি তাইয়ো প্ৰাৰ্থী হ'ল আহি। সেয়ে ভটাচাৰ্য্যই শতৰূপাক সেই চাকৰিত নিযুক্তি দিবৰ কাৰণে তলে তলে ধন-পইছা ব্যয় কৰিও —অপৰ্য্যাপ্ত—চেষ্টা কৰিবলৈ ধৰিলে।

শতৰূপাক নিৰুত্তৰ দেখি ভট্টাচাৰ্য্যই তাইক আকৌ এবাৰ কৈ উঠিল—বুজিছ ৰূপা, আজি আবেলিকৈ ক'লৈও নেযাবি।

শতৰূপাই ক'লে, আজিযে আমাৰ বিহাৰচল আছে দেউতা।

বিহাৰচল? এইবাৰ আকৌ তহঁতৰ কিহৰ বিহাৰচল আৰম্ভ হ'ল?

আমাৰ "জয়শ্ৰী শিল্পী-সঙ্ঘই" এইবাৰ সীতা-বনবাস কৰিব।

হেঃ হেঃ হেঃ—তহঁত লৰা-ছোৱালীবোৰ আজিকালি যে কি হৈগছ।

সেই আগৰ হৰিশ্চন্দ্ৰ, সীতা, সাৱিত্ৰী, দ্ৰৌপদা-দময়ন্তী'ৰ অভিনয় কৰা দিন আৰু এতিয়া নাই জান। তইঁতে সদায় চাই থকা চিনেমা-বোৰতে নেচায় কিয়? আজিকালি মাইথোলজিকেল্ অথবা হিষ্টৰীকেল্ পিকছাৰ্ চিনেমা-জগতৰ পৰা উঠিয়েই গৈছে দেখোন। বৰ্ত্তমান দেশৰ জনতাই বিচাৰে দেশৰ সঙ্গীন পৰিস্থিতিবোৰকে ভিত্তি কৰি এক সুন্দৰ সংস্কাৰমূলক নাট্যাভিনয়। অৱশ্যে সেই ধৰণৰ চচিয়েল ড্ৰামাও আজিকালি দেশৰ নতুন নতুন নাট্যকাৰসকলে লিখি দেশবাসীলৈ আগবঢ়াইছে। এনেস্থলত, তইঁত শিক্ষিত ডেকা-গাভৰুবোৰৰ মগজত যে কিবোৰ সোমাইছে কব নোৱাৰো আৰু। কৈ কৈ ঘনশ্যাম ভট্টাচাৰ্য্য এথন ছুৱাৰেদি ওলাই গ'ল।

কোঁঠাটোৰ আন এখন ছুৱাৰেদি শতৰূপাও গুচি গ'ল। আৰু অলপ পিছতে তাই আহি আকৌ সুন্দৰ আড়ম্বৰেৰে কোঁঠালিটো সজাই-পৰাই ৰাখিলে। তাৰ পিচত তাই পুনঃ গুচি গ'ল তাৰপৰা।

প্ৰিন্সিপেল মিঃ বৰুৱা আহি পোৱা মাত্ৰে ঘনশ্যাম ভট্টাচাৰ্য্যই তেখেতক যথেষ্ট আদৰ-অভ্যৰ্থনাৰে আপ্যায়িত কৰিলে। আৰু শতৰূপাক ভিতৰৰ পৰা মাতি আনি মিঃ বৰুৱাক ইনট্ৰডিউচ্ কৰি দিলে।

শতৰূপা আহি নমস্কাৰ দিয়া মাত্ৰে—বৰুৱাই কৈ উঠিল, বেচ্, যোৱা—ভালকৈ পঢ়ি শুনি যাবা আৰু। তোমাৰতো অনাৰ্চ নাই। মই তথাপি মোৰ নিজৰ বিস্কতে তোমাক ইন্টাৰভিউলৈ মাতিছো। দেউতাৰ হ'ল মোৰ সহপাঠী, বাল্যবন্ধু! গতিকে তেওঁৰ কথাটো-ওটো পেলাব নোৱাৰো। কি যে কৰোঁ।

শতৰূপাই ক'লে—আপুনি প্ৰিন্সিপেল। আপুনি ইচ্ছা কৰিলে সকলো কৰিব পাৰে। অৱশ্যে আপুনি এপইণ্টমেণ্ট্ দিওঁ বুলিলে কোনেও তেনেকৈ অপোজো কৰিব নোৱাৰে। আপুনি চাব আৰু। সকলোতো আপোনাৰে হাতত।

প্ৰিন্সিপেল বৰুৱা উচ্চহাস্যে হাঁহি উঠিল। হেঃ-হেঃ-হেঃ—বাৰু তুমি যোৱাগৈ যোৱা এতিয়া।

শতৰূপা গুচি আহিল।

ভট্টাচাৰ্য্যই কলে, অৱশ্যে ছোৱালীয়ে একেবাৰে দলিয়াই দিয়া কথা কোৱা নাই বৰুৱা। কলেজখনৰ আপুনিয়েই হৰ্ত্তা-কৰ্ত্তা। আপুনি কৰোঁ বুলিলে অৱশ্যে সকলো কৰিব পাৰে।

ভট্ট, আপোনালোকে দেশৰ বৰ্ত্তমান বহুকথা নেজানে। আজি-কালিৰ চাকৰি লৈ কিযে সমস্যা! অসমীয়াৰ মাত্ৰ এজন লেক্‌ছাৰাৰৰ কাৰণে ৫৭ খন এপ্লিকেছন্। অনাৰ্চ গ্ৰেজুয়েটতো আছেই। গতিকে আপোনাৰ অনাৰ্চ নথকা ছোৱালীক এপইণ্ট্‌মেণ্ট্ দিবলৈ গ'লেই বাহিৰত এটা বৰ ডাঙৰ সমালোচনাৰ দুৰ্য্যোগ আহি পৰিবহি।

আপুনি ইমান কথা ভাবিবলৈ নেযাবছোন। আপোনাৰ সিদ্ধান্তৰ ওপৰত আৰু কোনোবাই কলম চলাবনে?

আপুনি নেজানে ভট্ট। দেশৰ জনতাই আজিকালি এইবোৰলৈ ভয়ানক সতৰ্ক দৃষ্টি ৰাখে। আৰু চাওক—গভৰ্ণিংবডিয়ে মোক প্ৰিন্সিপেল পদৱীলৈ লৈ যোৱাৰ কাৰণেই আজিলৈকে কাগজে-পত্ৰে কিমান লিখা-লিখি চলি আছে।

আপুনিতো জানেই। আজিকালি এম, এ, পাছ কৰি ঘৰত বহি থাকিলে ছোৱালীয়ে দৰা নেপায়। তেনেকুৱা এগৰাকী ছোৱালীয়ে বাহিৰত যদি সন্মানসূচক চাকৰিৰে ধন আৰ্জ্জিব পৰা হয় তেনে ছোৱালীৰ দৰাও লাগিল হয় সোনকালে। মোৰ ছোৱালীৰ চাকৰিৰ কথাটো হৈছে মই মুক্তি পাব বিছাৰিছোঁ কন্যাদায়ৰ পৰা। আপুনি মোৰ এইটি অনুৰোধ নেৰাখিলে মই বৰ দুখ পাম বৰুৱা।

বাৰু কিবা এটা কৰিব পৰা যায়নে—চাম বাৰু। পিছে আমাৰ

সেই ৫৭ খন এপ্লিকেছনৰ ভিতৰত এগৰাকী খুব ভাল মেৰিটবিয়াছ কেণ্ডিডেট্ আছে।

কোননো—তেওঁ ?

তেওঁৰ নাম উৎপলা দত্ত! ফাৰ্ষ্ট-নমিনী!

'উৎপলা দত্ত' নাম শুনি ঘনশ্যাম ভট্টাচাৰ্য্য বিস্ময়াভিভূত হৈ উঠিল।

বৰুৱাই তেওঁ সেইদৰে অকস্মাৎ আচৰিত হৈ উঠা দেখি তেওঁ ভট্টাচাৰ্য্যক সুধিবলৈ বাধ্য হ'ল। আপুনি বৰ আচৰিত হৈ উঠিল দেখোন। তেওঁক আপুনি চিনি পায় নেকি ?

আপোনাক লুকঢাক্ কৰিবৰ কোনো প্ৰয়োজন নাই বৰুৱা। উৎপলা দত্ত নামৰ এগৰাকী মহিলাই মোৰ লবাটিৰ ইয়াতে আহি টিউছন্ কৰেহি। মোৰ যতদূৰ বিশ্বাস—তেখেতেই হব নিশ্চয়!

তেন্তে কথাটো এক জটিল সমস্যা হৈ পৰিব নেকি—ভাবিছোঁ।

বাদ দিয়কহে—বাদ দিয়ক! আপুনিও যে কি ভীৰু!

বাৰু মোৰ সিদিনাৰ কথাটো পিছে কি কৰিলে ?

অ', সেই পাঁচ হেজাৰ টকাৰ কথাটো? কোনো কথা নাই। আপুনি যেতিয়াই ইচ্ছা তেতিয়াই নিবহি বাৰু। লাগিলে আপুনি আজিয়ে আহি লৈ য'কহি!

কি কৰিব বুজিছেনে? নেজানি নুশুনি প্ৰকাণ্ড দুই তালা-বিল্ডিং সাজিলোঁ। এতিয়া টকাৰ অভাৱত আধা সজা হৈ থকাটোও বৰ লাজৰ কথা—বুজিছেনে। সেই গতিকেই য'তে ত'তে হাত পাতিব লগীয়া হৈছে। তবে অৱশ্যে এইখিনি নহল হয়, মই যদি নতুন এম্বেছেডৰ্‌খন নিকিনিলোঁ হয়। অৱশ্যে কোৱাৰ্টাৰটো নোপোৱালৈকে গোলাঘাটৰ পৰাই কলেজলৈ বান্ কৰিবৰ কাৰণে গাড়ীখনতো লাগিবই।

ৰ'বছোন ৰ'ব। এই—বাগানত অতদিন অতকাল চাকৰি কৰা—

টকাবোৰনো কৰিলে কি ? ভালেমান টকা হেনো আনিছিল বোলে। কি হ'ল পিচে ?

হেঃ-হেঃ-হেঃ—থক্ দেও থক সেইবোৰ কথা। মানুহেতো কয়েই।

ইতিমধ্যে এজন-এজনকৈ আগা-পিছাকৈ অহা—লোকনাথ ভূঞা, ৰবীন চৌধুৰী, আৰু জগন্নাথ শৰ্ম্মাক আনি ঘনশ্যাম ভট্টাচাৰ্য্যই তেখেত-সকলকো সুকীয়াকৈ তাতেই বহুৱালেহি।

শতৰূপা আহি প্ৰথমে তাতেই তেওঁলোকক পানমছলা দি গ'লহি।

ঘনশ্যাম ভট্টাচাৰ্য্যই তেখেতসকলোকো শতৰূপাক পৰিচয় কৰি দিয়ালে। আৰু তাইৰ চাকৰিটোৰ কাৰণে তেওঁলোককো ভট্টাচাৰ্য্যই বিশেষ অনুৰোধ জনালে।

কিছু বিচিত্ৰ চাহ-জলপানৰ পিছত তেওঁলাকে বিদায় হৈ গ'ল। তেওঁলোকে মাত্ৰ মনে মনে ভাবি লৈ গ'ল ঘনশ্যাম ভট্টাচাৰ্য্যৰ অনুৰোধটোকে।

প্ৰিন্সিপেল বৰুৱা অলপ পিচ পৰিল। ভট্টাচাৰ্য্যই তেখেতৰ লগত দুখোজ-এখোজকৈ তেওঁৰ সতে কথা পাতি গৈ গৈ বৰুৱাক কিছু আগবঢ়াই দি আহিলগৈ।

শৰাধলৈ নিমন্ত্ৰণ কৰা হৈছিল উৎপলাকো আগদিনাতে। টিউছনৰ সেইদিনা ৰবিবাৰ দেখি তাই অহা নাছিল। তদুপৰি তাইৰ ছোৱালী-জনীৰো সেইদিনা জ্বৰ উঠিছিল বৰ বেচি। ছোৱালীজনীক এৰি অহাত তাইৰ পক্ষে এক বিপত্তি হৈ পৰিছিল।



## ● তৃতীয়া

পিছদিনা। শতৰূপাই নিজে হাতত চিলেট-কিতাপখিনি লৈ মৃণালক দি গ'লহি পঢ়াকোঁঠালিটোত। তাই গ্লোব্-লাইটটোৰ ফিতাদাল অলপ বঢ়াই দি কৈ গুচি গ'ল। মাষ্টৰনী এতিয়াই আহিব—পঢ়ি থাক্।

শতৰূপা যোৱাৰ পিছতে মৃণালে চিঞৰি চিঞৰি পদ্য মুখস্থ কৰিবলৈ ধৰিলে। জুলাই মাহৰ গৰম দিন। সি মাত্র ঘৰতে পিন্ধি আছিল—এটা-হাফ্‌পেণ্ট্ আৰু গেঞ্জীটো।

ঘনশ্যাম ভট্টাচার্য্য আহি এবাৰ চাই গ'লহি। টেবলৰ টাইম্‌পিচ্ ঘড়ীটোত সাবে সাত বাজিছে। উৎপলাৰ একঘণ্টা দেৰী হৈ গৈছে। তেতিয়াও তাই আহি পোৱাহি নাই। ঘনশ্যাম ভট্টাচার্য্য এক উগ্রমূৰ্ত্তি ধৰি থাকিল। তাই কিমান পৰত পায়হি, তাৰে অপেক্ষাত ভট্টাচার্য্য সিদিনা বাৰান্দাখনতে পদচালনা কৰি থাকিল। প্রিন্সিপেল ভৱানন্দ বৰুৱাই কৈ গ'ল, ইণ্টাৰভিউৰ ফাৰ্ষ্ট নমিনী—মেৰিট্ হিচাপে উৎপলা দত্ত। তেতিয়াৰ পৰা ঘনশ্যাম ভট্টাচাৰ্য্যৰ অন্তৰখনত এটা হিংসাত্মকভাৱে আলোড়ন তুলি থাকিবলৈ ধৰিলে। আৰু তেওঁৰ চকুৰ আগত যেন উৎপলাক কোনোমতেই চাই থাকিব নোৱাৰা হৈ পৰিল।

গধূলিৰ ৭॥০ বাজি গ'ল। মৃণালে পদ্যটো আঁওৰাই থকা অৱস্থাতে আহি উৎপলা ওলালহি। তাইৰ ৰুমালখনত বন্ধা আধাকিলো চাউল। আৰু হাতৰ সৰু বটলটোত ছয় পালি দাগ কটা ঔষধ। সচৰাচৰ বহি পঢ়ুৱা চকীখনতে তাই বহিলহি। চাউলৰ টোপোলাটো আৰু ঔষধৰ বটলটো লাহেকৈ থৈ দিলে টেবুলখনৰ একাষে। তাৰপিছত কিছু সময় মৃণালক সাহিত্যখন পঢ়ালে। বৰ বেচি সময় হোৱা নাই—এনেতে অন্তৰত এটা গৰম ভাব লৈ পঢ়া খোঁটালিটোলৈ আকৌ সোমাই আহিল—ঘনশ্যাম ভট্টাচাৰ্য্য। তেখেতক দেখি উৎপলা চকীৰ পৰা থিয় হ'ল। ভট্টাচাৰ্য্যই তাইক বহিবলৈ কৈ টেবুলৰ টাইম্‌পিচ্ ঘড়ীটোলৈ নিৰ্দ্দেশ কৰি ক'লে—চাওকছোন—এতিয়া কেইটা বাজিছে। সৰু ল'ৰা। ইমান ৰাতিলৈকে পঢ়িবলৈ আপোনালৈ বাট চাই থাকিব পাৰেনে ?

উৎপলা নিৰুত্তৰ হৈ তলমূৰ কৰি ৰ'ল।

ঘনশ্যাম ভট্টাচাৰ্য্যই আকৌ কৈ যাবলৈ ধৰিলে। অৱশ্যে মই আপোনাক ল'ৰা পঢ়ুৱাবলৈ দিয়াত ভাল পোৱা নাই। আপুনি আজি কিছুমান দিনৰ পৰাই আহেও দেৰী-দেৰীকৈ, আৰু যাইয়ো সোনকালে। গতিকে বেজাৰ নকৰিব। আপোনাৰ দ্বাৰা মই আৰু ল'ৰা পঢ়ুৱাবৰ ইচ্ছা নকৰোঁ। আজি জুলাইৰ ২৭ তাৰিখ। আপুনি যদি অহামাহৰ পহিলা তাৰিখৰ পৰা দিনৰ ১০ বজাত আহিব পাৰে তেন্তে, আপুনি টিউছন ৰাখিব পাৰে। নতুবা এই গধূলিৰ টিউছনত আপুনি ৰেগুলাৰ্ এটেন্‌ডেন্স দিব নোৱাৰে।

অৱশ্যে মোৰ দুই এদিন দেৰী নোহোৱাকৈ থকা নাই। কাৰণ মোৰ ছোৱালীজনাৰ প্ৰায়েই জ্বৰ উঠি থাকে। আনকি তাইক কেতিয়াবা কেতিয়াবা ওচৰ ঘৰৰ মানুহ ৰখায়া দিহে মই আপোনাৰ টিউছনলৈ আহিবলগীয়া হয়।

তথাপি আপোনাৰ টিউশনীত মই মোটেই ভাল পোৱা নাই।

ইয়াৰ বাহিৰেও মই সময় উলিয়াই নিজে পঢ়িবও লগীয়া হৈছে।

আপুনি তেন্তে আকৌ ক'ৰবাত কিবা পঢ়িব খুজিছে নেকি ?

নহয়। এই আগষ্টৰ ২ তাৰিখে মোৰ এটা ইন্টাৰ্ভিউ আছে। তাকো ১০ বজাত। গতিকে মই আপোনাৰ তাত দিনৰ ১০ বজাত আহি টিউশন কৰাটো মোৰ পক্ষে সম্ভৱপৰ নহয়। মোক ক্ষমা কৰিব।

মৃণালে-চিলঠত লিখি মনোনিবেশ কৰি থাকে।

ভট্টাচাৰ্য্যই আকৌ ক'লে—ইয়াত অপৰাধ বা ক্ষমাৰ কোনো প্ৰশ্নই নুঠে। নুঠতে মোৰ লৰাৰ পঢ়াত বহুখিনি ক্ষতি হৈছে। মোৰ বোধেৰে আজিৰ পৰা এই টিউশন আপুনি এৰি দিয়াই ভাল বিবেচনা কৰোঁ।

কথা শুনি উৎপলা নিৰুপায় হৈ পৰিল। তাই বিমোৰত পৰি কান্দো কান্দো সুৰত ভট্টাচাৰ্য্যক ক'লে—ভাল তেন্তে। দিয়ক, মোৰ এই ২৭ দিনৰ দৰমহাখিনিকে দি মোক বিদায় কৰক।

যোৱাকালি মোৰ দেউতাৰ শ্ৰাদ্ধৰ দিন গৈছে। তাত মোৰ ভালেমান টকা খৰচ হৈ গৈছে। আপোনাক অন্ততঃ কেটামান দিনৰ পিচতহে দিব পৰা যাব।

মোৰ ছোৱালীজনী মৃতপ্ৰায় অৱস্থা। কঁপি-কঁপি জ্বৰ উঠে তাইৰ। জাৰ লাগিলে আনাক এডুখাৰ কাপোৰ দিবলৈ নাই। এডুখৰি ফটা কম্বল। তাকে তাইক দিবলগীয়া হৈছে। ডাক্তৰে ঔষধ-টনিক আদি লিখি দিছে—পইচাৰ অভাৱত পোণাকণক ঔষধ আনি দিব পৰা নাই। দোকানৰ মহাজনেই বা আৰু কিমান দিন বাকী দি থাকিব। মোৰ পোণাকণ—তাইয়ে মোৰ জীৱনৰ সৰ্ব্বস্ব। মোৰ আৰু কোনো কেৱে নাই। বহু অভাৱ-অনাটনৰ মাজেদি মই তাইক জীয়াই ৰাখিবলগীয়া হৈছোঁ। আপুনি মোৰ সেই অসহায় পোনাকণৰ মুখলৈ চাওক। বি পাওঁ তাকেই দিয়ক মোক আপুনি।

ইয়াতে মোৰ বহুখিনি অভাব পূৰণ হব। আপুনি ধনাঢ্য লোক। ঈশ্বৰে আপোনাক বহুত দিছে আৰু বহুতো দিব। মোৰ এই সামান্য পইচাখিনিৰ কাৰণেই যে আপুনি সময় বিচাৰিছে—মোৰেই দুৰাদৃষ্ট! আপুনি মোক দয়া কৰক। তাই আঁচল ধাকি উচুপিবলৈ ধৰিলে।

আপুনি কিন্তু যতই যি কওক—কেটামানদিনে নহব।

ভাল বাৰু। আপুনি এই ঠাইৰে এগৰাকী প্ৰসিদ্ধ আৰু ধনাঢ্য লোক আৰু বহুজন পৰিচিত। আপুনি মোক তেন্তে অলপ কথাৰ উপকাৰ কৰক।

উপকাৰ?

হয় উপকাৰ। মই ইয়াৰে এই স্নীতিদেৱী গাৰ্লচ্ কলেজৰ এটা অসমীয়া লেক্‌চাৰাৰৰ পোষ্টৰ কাৰণে এপ্লিকেণ্ট্ হৈছোঁ। আৰু তাৰ কাৰণে এই অহা ২ আগষ্টৰ তাৰিখে মোক প্ৰিন্সিপেলজনে ইন্‌টাৰভিউলৈ মাতিছে। আপুনি যদি এই অসহায় নিৰাশ্ৰয়াৰ প্ৰতি প্ৰিন্সিপেল ভাওৰীয়াক এবাৰ অনুৰোধ কৰি দিলেহেঁতেন।

এইবোৰ আপুনি কি কৈছে।

নহয়! কৰক মোক এই ফেৰা দয়া কৰক আপুনি। এই অঞ্চলত মই আপোনাৰ ভিন্ন অন্য আৰু কাকেইবা চিনিজানি পাওঁ। মোৰ কাৰণে মই এই চাকৰি বিছৰা নাই। একমাত্ৰ মোৰ ছোৱালী-জনীৰ জীৱনটো ৰক্ষাৰ বাবেহে মই এই চাকৰিৰ প্ৰাৰ্থী হৈছোঁ। আপুনি পাৰিব। আপুনি অলপ দয়া-দৃষ্টি কৰক।

মোক আপুনি সেইবোৰ নকব। মোৰ নিচিনা এজন লোকৰ পক্ষে ঘৰে ঘৰে অনুৰোধ খাতিৰ কাৰ ঘুৰাতো মই বৰ লজ্জাবোধ কৰোঁ। মোক মাফ্ কৰিব।

আপুনি মোক কি অপৰাধ কৰিছে যে তাৰ বাবে মই আপোনাক মাফ্ কৰিম। মই মাত্ৰ আপোনাৰ পৰা বিচাৰিছোঁ একাবাৰ কথাৰ অনুগ্ৰহ।

অৱশ্যে আপুনি যদি কম্‌পিটিটিভ্‌লি কম্‌পিটেণ্ট্‌ হয় তেন্তেতো বিনা অনুগ্ৰহে চাকৰি পাবই।

মই মেৰিট হিচাপে ভাল হলেও চাকৰি নেপাবওতো পাৰোঁ।

মানে।

মানে দেশত এনেকুৱা কিছুমান স্বাৰ্থলোভী, জঘন্য দুৰ্নীতি পৰায়ণ লোক ওলাইছে যে যিসকলে দেশৰ এনেকুৱা এটা পবিত্ৰ অনুষ্ঠানৰ ভিতৰতো দুৰ্নীতিৰ চোৰাং বজাৰ মেলি দিছে। যাৰ দ্বাৰা কত পূৰ্ণ উপযোগী সৰ্ব্বাঙ্গ কম্পিটেণ্ট্‌ কেণ্ডিডেটেও চাকৰিৰ পৰা পৰান্মুখ হব লগীয়াত পৰিছে। তাৰ পৰিবৰ্ত্তে একোজন অেচ্‌-কোৱালিফাইদ কেণ্ডিডেটেহে চাকৰি পোৱা দেখা গৈছে। দেশত এনেকুৱা দুৰ্নীতিৰ ব্যভিচাৰী ঘটনাই নানা ঠাইত শিপা মেলি উঠিছে।

এইবাৰ উৎপলাৰ কথাবোৰত ঘনশ্যাম ভট্টাচাৰ্য্য মনে মনে বৰ লজ্জিত হ'ল। আৰু তেওঁৰ দুৰ্ব্বলতাৰ ওপৰত কথাৰ আঘাত পালে। মোক সেইবোৰ ক'লেতো কোনো লাভ নাই। আপুনি কাইলৈৰ পৰা আৰু আহিব নেলাগে। মই আপোনাৰ টিউছন্ বন্ধ কৰিছোঁ।

উৎপলাই ঘনশ্যাম ভট্টাচাৰ্য্যৰ প্ৰস্থান পথলৈ কিছুপৰ চাই বল। শেষত তাই এটা দীঘল হুমুনীয়া এৰি দিলে। হাঁয় মোৰ দুৰাদৃষ্ট! তাই মৃণালক চুমা-তুমা খাই যাবলৈ উদ্যত হ'ল। টেবুলৰ কিনাৰত থকা ঔষধৰ বটলতো ধৰি দাঙি আনিব খোজোতেই অকস্মাৎ তাইৰ হাত লাগি বটলতো পকাত পৰি চুৰমাৰ হৈ গ'ল। হাঁয় হতভাগিনী ইলাক্ষী!

উৎপলাৰ বটল পৰাৰ শব্দ শুনি ওচৰৰ কোঁঠালিত থকা শতৰূপা বেগাবেগিকৈ সোমাই আহিল। কি হ'ল বাইদেউ!

এইয়া ঔষধৰ বটল ভঙা নাই ৰূপা। উৎপলাৰ কপাল ভাঙিছে।

আপুনি এাতয়াই যায় নেকি বাইদেউ? চাহ!

নেলাগে ৰূপা। তোমালোকৰ পৰা মই আজি বিদায়। মোৰ অনিয়মিত অহা-যোৱাৰ কাৰণে দেউতাৰাই মোক আজিৰ পৰা বিদায় দি গৈছে। ৰূপা! যি হৈছে হৈছে বাৰু। তুমি মোক অলপ উপকাৰ কৰা ভন্টি!

উপকাৰ? কওকছোন বাইদেউ!

মই সুনীতিদেৱী গাৰ্ল্চ্ কলেজৰ এজন অসমীয়া লেক্‌ছাৰাৰৰ কাৰণে প্ৰাৰ্থী হৈছোঁ। তুমি মোৰ হৈ দেউতাৰক অলপ ধৰা-মেলা কৰিবলৈ কবানে ভন্টি! মোক তুমি অলপ উপকাব কৰিবানে?

শতৰূপাৰ বুকুখন বেয়া লাগি গ'ল। আপুনি নিজেই দেউতাক নকয় কিয় বাইদেউ!

কৈছিলোঁ ৰূপা। তেখেতে হেনো নোৱাৰে।

তেন্তে, মোৰনো আৰু কবলৈ কিটো আছে।

বাৰু—বাৰু ৰূপা, যাওঁগৈ। মনত একো নেভাবিবা দেই।

শতৰূপাৰ বুকুখন ধিপ্-ধিপ্ কৰি ৰ'ল। তাই উৎপলাৰ প্ৰস্থান পথলৈ চাই তাইৰ কথাকে ভাবিবলৈ ধৰিলে।



## ● চতুৰ্থী

আগষ্টৰ দুই তাৰিখ।

—সুনীতিদেৱী গাৰ্লচ্ কলেজৰ অসমীয়া লেক্‌চাৰাৰ এজনৰ এপইণ্ট্‌মেণ্টৰ কাৰণে ইন্‌টাৰভিউৰ দিন।

প্ৰিন্সিপেল ভবানন্দ বৰুৱাৰ স্বকীয়া কোঁঠা। প্ৰিন্সিপেলৰ বাবে আৱশ্যকীয় সুসজ্জিত ৰুম। এখন বৃহদাকাৰ ডিম্বাকৃতি টেবল। চাৰিওফালে ছয়খন নতুন চকী। তাৰে এখন বিশেষ কাৰুকাৰ্য্য খচিত। স্বয়ং প্ৰিন্সিপেল তাত উপবিষ্ট। অন্যান্য চাৰিখনত চিলেক্‌চন্ কমিটিৰ মেম্বাৰসকল। এড্‌ভোকেট্ নবীন চৌধাৰী, ভাইচ্-প্ৰিন্সিপেল লোকনাথ ভূঞা, নেহৰু বিদ্যাপীঠ কলেজৰ প্ৰিন্সিপেল জগন্নাথ শৰ্ম্মা, আৰু অৱসৰপ্ৰাপ্ত চব্‌জজ্ আবদুল হামিদ চৌধুৰী। উপস্থিত সকলো। আন এখন চকী শূন্য হৈ আছিল।

টেবলখনৰ বেক্সিন কাপোৰখনৰ ওপৰত এটা কলিংবেল, এটা কাগজপত্ৰৰ ডাঙৰ ফাইল, কেইখনমান ফুল্‌চ্‌কেপ্ চাইজৰ বগা কাগজ। ওচৰত দোৱাত-কলম সজ্জিত। প্ৰিন্সিপেলৰ ফাইলটোত প্ৰতিদ্বন্দ্বীতাৰ কেণ্ডিডেট্‌সকলৰ ৫৭খন দৰ্খাস্ত। প্ৰিন্সিপেলে বগা কাগজখনৰ ওপৰত লিখিবলৈ উদ্যত হৈ আছিল। বাকী এখন চকী

যি আচুতীয়াকৈ আছিল—সেইখন ৰখা হৈছিল মাত্ৰ ইন্‌টাৰভিউ কেণ্ডিডেটজন বহিবৰ কাৰণে।

বেৰত এখন ইংৰাজী কেলেণ্ডাৰ। আৰু এটা ডাঙৰ ওৱাল-ক্লকে টিক্‌-টিক্ টিক্‌-টিক্ কৰি দুখন হাতৰ আঙুলীৰ পাববোৰত মিনিট-চেকেণ্ড আদি গণি যাব ধৰিছে। অন্য দুখন বেৰত ডাঙৰ ডাঙৰ ভাৰতৰ কেইজনমান মনীষিৰ ছবি। মহাত্মা গান্ধী, জৱাহৰলাল নেহেৰু, লালা লাজপৎৰায়, ৰাজেন্দ্ৰপ্ৰসাদ আদি। লগতে আৰু এখন ডাঙৰ ছবি। কলেজৰ ভূতপূৰ্ব্ব প্ৰিন্সিপেল এজনৰ। সকলোবোৰ বেৰত হেলনীয়াকৈ সুন্দৰভাৱে আঁৰি থোৱা আছে। ওচৰতে থিয় হৈ আছিল প্ৰিন্সিপেলৰ পিয়ন খগেন চহৰীয়া।

ছয়জন কেণ্ডিডেটৰ ইণ্ট্াৰভিউ শেষ হৈ গ'ল।

ইতিমধ্যে প্ৰিন্সিপেল বৰুৱাই চিলেকছন্ কমিটিৰ মেম্বৰসকলৰ আগত কবলৈ ধৰিলে। মই আপোনালোকক আকৌ দোহাৰি কৈছোঁ। আমাৰ এই এপইণ্ট্‌মেণ্টটোৰ বাবে আমি ৫৭খন বিভিন্ন দৰখাস্ত পাইছিলোঁ। তাৰে ভিতৰত আমি চিলেক্‌টেদ্ ১১ জন কেণ্ডিডেটক এই ইন্‌টাৰভিউলৈ মাতিছোঁ। তাৰে আজি ২ জন অনুপস্থিত ; এতিয়া ৬ জনৰ ইন্‌টাৰভিউ হৈ গৈছে। বৰ্ত্তমান বাকী আছে আৰু তিনিজন। শতৰূপা দেৱী, সদানন্দ পাঠক আৰু উৎপলা দত্ত।

ওৱেইটিং ৰুমত উৎপলাই শতৰূপাক প্ৰাৰ্থীৰূপে দেখি হতভিম্ব হৈ গ'ল। তাইৰ নিজৰেই মনটো কেনেবা কেনেবা লাগি গ'ল। সিদিনা শতৰূপাৰ আগত তাই কিযে ভয়ঙ্কৰ ভুল এটা কৰি পেলাইছে। শতৰূপাক দেখি তাই নিজে নিজেই লজ্জিত হৈ পৰিল।

এইবাৰ খগেন চহৰীয়া আহি প্ৰিন্সিপেল ৰুমলৈ মাতি নিলেহি শতৰূপা দেৱীক।

শতৰূপা গৈ মেম্বাৰসকলক নমস্কাৰ দিয়া মাত্ৰে তাইক বহিবলৈ

কলে প্ৰিন্সিপেলে। ভৱানন্দ বৰুৱাই নিজৰ প্ৰশ্ন আৰু অন্যান্য মেম্বৰসকলৰ প্ৰশ্নৰ উত্তৰবোৰ কাগজত সুচাৰুৰূপে লিখি যাবলৈ ধৰিলে। প্ৰিন্সিপেলে তাইক সুধিলে। নাম।

শ্ৰীশতৰূপা দেৱী। তাই প্ৰত্যেক মেম্বৰসকলৰ প্ৰশ্নৰ উত্তৰ একাদিক্ৰমে কৈ গ'ল।

এম, এ পাছ কৰিছিলা কোন চনত?

তাই অলপ চিন্তা কৰি বৈ ক'লে। ইং ১৯৬৭ চনত।

হামিদ চৌধুৰীয়ে ক'লে—তাৰ মানে প্ৰিভিয়াছ্ আৰু ফাইনেল। নহয়?

হয়।

জগন্নাথ শৰ্ম্মাই সুধিলে—কোন ইউনিভাৰ্চিটী?

গৌহাটী ইউনিভাৰ্চিটী।

লোকনাথ ভূঞাই সোধে—ইতিপূৰ্ব্বে কোনোবা কলেজত চাকৰি কৰিছিলানে।

নাই কৰা ছাৰ্!

হামিদ চৌধুৰীয়ে সোধে—বাৰু, তোমাৰ বি, এ, অনাৰ্চৰ পজিশন্ কি?

তাই বি, এ, ত অনাৰ্চ নাছিল বুলি কোৱাত হামিদ চাহেব আচৰিত হৈ উঠিল।

হামিদ চাহাবে পুনৰ্ব্বাৰ তাইক সুধিলে—তোমাৰ এম, এৰ পজিশন্?

চেকেণ্ড ক্লাচ্ টুৱেন্টিছিক্স্থ্ পজিশন্ পাইছিলোঁ।

ভূঞাই এইবাৰ তাইক সুধিলে, বাৰু কোৱাচোন তুমি জোনাকী যুগৰ অসমীয়া সাহিত্যৰ গুৰি ধৰোঁতা কেইজনমান দেশহিতৈষী অসমীয়া সাহিত্যিকৰ নাম কোঁৱাছোন?

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, অনন্তকন্দলী, গোপালদেৱ!

এইখিনিকে কৈ তাই চিন্তাবিমোৰভাৱে ওপৰলৈ চাই ৰ'ল। তাই আৰু একো কব নোৱাৰিলে।

ভূঞাই আকৌ এবাৰ সুধিলে—বাৰু—অসমীয়া সাহিত্যত স্বৰ্গীয় ৺লক্ষ্মীনাথ বেজবৰুৱাৰ বৰঙণি কি কি ?

কদমকলি, চিকৰপতি-নিকৰপতি, কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা ইত্যাদি ! তাই আৰু ভাবি বৈ গ'ল। প্ৰিন্সিপেল বৰুৱাই তাইৰ সকলোবোৰ উত্তৰেই লিখি গ'ল।

ভৱানন্দ বৰুৱাই ক'লে—আৰুনো কি সুধিব ? হৈছে। বাৰু তুমি যোৱা।

—ইয়াৰ পিছতে সদানন্দ পাঠক। সি আহি নমস্কাৰ দিয়া মাত্রে তাকো বহিবলৈ কোৱা হ'ল। এইবাৰ মূল প্ৰশ্নৰ বাহিৰে অন্যান্য কোৱালিফিকেশন আদি কৰি খুচুৰা-খুচুৰি কথাবোৰ প্ৰিন্সিপেলে নিজেই সুধি গ'ল। আৰু তেওঁ তাৰ প্ৰশ্নৰ উত্তৰবোৰ একাদিক্ৰমে লিখি গ'ল।

কি নাম ?

শ্ৰীসদানন্দ পাঠক।

এম, এ পাছ কৰিছিলা কোন চনত

ইংৰাজী ১৯৬৫ চনত।

প্ৰিভিয়াছ আৰু ফাইনেল নহয় ?

হয় ছাৰ্ !

কোন ইউনিভাৰ্চিটী ?

গৌহাটী ইউনিভাৰ্চিটীৰ পৰা পাছ কৰিছিলোঁ।

তোমাৰ বি, এ-ৰ অনাৰ্চৰ পজিশন্ ?

চেকেণ্ড্ ক্লাচ্—চেভেন্‌থ্ পজিশন।

বাৰু—এম, এ-ৰ ?

চেকেণ্ড ক্লাছ—ইলেভেন্‌থ।

বাৰু, ইমান দিনে কি কৰিছা তুমি ?

মই আজি প্ৰায় দুবছৰে গৌহাটী ৰিফাইনেৰীত লোৱাৰ ডিভিজন এচিচ্‌টেণ্ট হিচাপে কাম কৰি আছোঁ।

তেন্তে, কোনো কলেজত সোমোৱা নাই ?

নাই ছাৰ্‌!

এইবাৰ জগন্নাথ শৰ্ম্মাই তাক প্ৰশ্ন কৰিলে—বাৰু তুমি কোৱাচোন—অসমৰ জোনাকী যুগত অসমীয়া সাহিত্যৰ গুৰিধৰোঁতা কেইজনমান দেশহিতৈষী মুখীয়াল লোকৰ নাম উল্লেখ কৰা।

দেশপ্ৰাণ স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা, স্বৰ্গীয় পদ্মনাথ গোহাঁঞি বৰুৱা, ৺হিতেশ্বৰ বৰবৰুৱা, ৺সত্যনাথ বৰা, ৺আনন্দচন্দ্ৰ আগৰৱালা।

প্ৰশ্ন কিছুপৰ নিস্তব্ধতাৰ পিছত লোকনাথ ভূঞাই সুধিলে—বাৰু শঙ্কৰীযুগ বুলিলে তোমালোকে কি বুজা ?

অসমৰ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাবৰ দিনৰেপৰা যি শতাব্দী চলি আহিছে সেয়েই আমাৰ অসমত শঙ্কৰীযুগ নামে অভিহিত হৈছে।

ইমানতে প্ৰিন্সিপেলে সদানন্দ পাঠকক বিদায় দিলে।

এইবাৰ ইন্‌টাৰভিউৰ লাষ্ট্‌ কেণ্ডিডেট্‌ শ্ৰীমতী উৎপলা দত্ত।

উৎপলা দত্ত সোমাই অহা মাত্ৰে তাই মুখেৰে 'নমস্কাৰ' বুলি উচ্চাৰণ কৰিলে মাত্ৰ।

তাইৰ এজনী ৭।৮ বছৰীয়া ছোৱালী কান্ধত লৈ সোমাই অহা দেখি মেম্বাৰসকলে তাইক আকুল উদ্‌গ্ৰীবচিত্তে চাবলৈ ধৰিলে।

কগ্না ছোৱালীজনীক লৈ তাইৰ হাতদুখন বন্দী হৈ আছিল।

উৎপলাই বিনম্ৰস্বৰে কৈ গ'ল। ক্ষমা কৰিব। মই মোৰ জ্বৰাক্ৰান্ত ছোৱালীজনীক ক'তো আশ্ৰয় কৰি এৰি আহিব নোৱাৰাৰ গতিকেই লগতে তাইকো এইভাৱে লৈ আহিবলগীয়াত পৰিছোঁ। আপোনালোকে যেন অন্যথা নেভাবে। আৰু মোক দয়া কৰি আপোনালোকে একমিনিট সময় দিয়ক।

মেম্বাৰসকলে বিস্ময়চিত্তে নিস্তব্ধভাৱে আকৌ এবাৰ উৎপলা আৰু তাইৰ ছোৱালীজনীলৈ ভালকৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। ইতিমধ্যে ওচৰৰ বেৰত আঁৰি থোৱা সেই কলেজৰ ভূতপূৰ্ব্ব প্ৰিন্সিপেল-জনৰ ছবিখনৰ তলত উৎপলাই মূৰ দোঁৱাই লাহেকৈ তাই ফিৰি আহিল। আৰু এখন হাতেৰে দুই চকুৰ দুই ফোঁটা পানী চাদৰৰ আঁচলখনেৰে মচি পেলালে।

পোন প্ৰথমে ৰবীন চৌধুৰীয়েই তাইক সুধি উঠিল—এইয়া আপুনি কৰিছে কি ?

উৎপলাই ক'লে। এখেত শ্ৰদ্ধেয় স্বৰ্গাগত জনৰ চৰণত মই মোৰ ভক্তিপূৰ্ণ শ্ৰদ্ধাঞ্জলি দিছোঁ।

পুনঃ ৰবীন চৌধুৰীয়ে ক'লে,—মানে।

মানে—এখেত মোৰ স্বৰ্গাগত দেউতা নীলকমল চৌধুৰী। এই সুনীতিদেৱী গাৰ্লচ্ কলেজৰে ভূতপূৰ্ব্ব প্ৰিন্সিপেল।

উৎপলাই তেনেকৈয়ে লাহে লাহে টেবলখনৰ ওচৰলৈ আহি পৰিল। প্ৰিন্সিপেলে তাইক বহিবলৈ ক'লে। আৰু সকলোৱে তাইক এটা বিশেষ দৃষ্টিৰে চাবলৈ ধৰিলে।

কন্যা ছোৱালীজনী কান্ধত লৈ চকীখনত তাই বহিবৰ কোনো উপায় নাছিল। তাই তেনেকৈয়ে থিয় হৈ তেখেতসকলে সোধা প্ৰশ্নৰ উত্তৰবোৰ দি যাব বুলি অনুৰোধ কৰিলে।

প্ৰিন্সিপেল বৰুৱাই কলে, আমি অৱশ্যে আপোনাক বাৰু বেচি প্ৰশ্ন সুধিবলৈ নেযাওঁ। বাৰু কওকচোন আপোনাৰ এপ্লিকেশনত লিখা সকলো কথাই সত্যনে ?

শ্ৰদ্ধেয় মহোদয়সকল, মোৰ তাত মিছাৰ অৱতাৰণা একধূলাও নাই। আপোনালোকে দয়া কৰি মোৰ অৰিজিনেল মাৰ্কচিত্ কেইখন চালে মই কৃতজ্ঞ হম।

হামিদ চাহাবে ক'লে। থাক্ তথাপি মোটামোটিভাৱে আপোনাৰ

এডুকেছনেল কোৱলিফিকেছন্ আৰু যদি কিবা এক্স্পিৰিয়েন্সো আছে আমি শুনা অতি আৱশ্যক।

ইংৰাজী ১৯৬০ চনত মই বি, এ পাছ কৰিছোঁ অসমীয়াত অনাৰ্চ লৈ। চেকেণ্ড্ ক্লাচ্ ফাৰ্ষ্ট পজিশন্। ইং ১৯৬৩ চনত গুৱাহাটী ইউনিভাৰ্চিটীৰপৰা এম, এ পাছ কৰিছোঁ অসমীয়াত। চেকেণ্ড্ ক্লাছ চেকেণ্ড্! আৰু সেই চনত মই আঠখন কুৱেচ্চন্ পেপাৰৰে ফাইনেল একজামিনেছন দিছিলোঁ। কলেজত কাম কৰা তেনে এক্স্পিৰিয়েন্স্ মোৰ অৱশ্যে নাই।

হামিদ চাহাবে অতি সতৰ্কতাৰ সহিত উৎপলালৈ চাবলৈ ধৰিলে।

এইবাৰ লোকনাথ ভূঞাই সুধিলে,—বাৰু আপুনি কওঁকছোন অসমৰ জোনাকী যুগত অসমীয়া সাহিত্যৰ গুৰি ধৰোঁতা কেইজনমান মুখীয়াল মুখীয়াল অসমীয়া সাহিত্যিকৰ নাম কওঁকছোন?

অসমৰ জোনাকীযুগক—জোনাকীযুগ মুবুলি অসমৰ এক সোণালীযুগ বুলিব পাৰি। কিয়নো সেইযুগত শ্ৰদ্ধেয় স্বৰ্গীয় সাহিত্যিক ৺চন্দ্ৰকুমাৰ আগৰৱালা, ৰসৰাজ ৺লক্ষ্মীনাথ বেজবৰুৱা, ৺হেমচন্দ্ৰ গোস্বামী, ৺পদ্মনাথ গোহাঁঞি বৰুৱা, ৺আনন্দচন্দ্ৰ আগৰৱালা। ৺হিতেশ্বৰ বৰবৰুৱা, ৺চন্দ্ৰধৰ বৰুৱা, ৺ৰঘুনাথ চৌধাৰী আদি সুসন্তানসকলে অসমী আইক জিলিকাই ৰাখিছিল দেশৰ সাহিত্য, সভ্যতা আৰু সংস্কৃতিৰে।

লোকনাথ ভূঞাই এইবাৰ সুধিলে,—অসমৰ মহিলাকবি বুলিলে বৰ্ত্তমান আমি কাৰ নাম উল্লেখ কৰিব পাৰোঁ?

শ্ৰদ্ধেয়া শ্ৰীমতী নলিনীবালা দেৱী।

মাকৰ কান্ধত থকা ইলাক্ষীয়ে "মা পানী খাওঁ" বুলি অতি দুৰ্ব্বল ভাৱে কৈ উঠিল—।

অলপ ৰছোন মইনা। উৎপলাই প্ৰবোধ দি ক'লে ইলাক্ষীক।

লোকনাথ ভূঞাই উৎপলাক আকৌ অসমৰ মহামানৱ শ্ৰীশঙ্কৰ-

দেৱৰ সাহিত্য প্ৰতিভাৰ বিষয় প্ৰশ্ন কৰিছিল। উৎপলাৰ অৱস্থালৈ চাই সিমানতে হব বুলি তেখেতক তেতিয়াই বিদায় দিলে প্ৰিন্সিপেল ভৱানন্দ বৰুৱাই।

কেণ্ডিডেক্‌সকলৰ ইণ্টাৰভিউ শেষ হৈ গ'ল ইমানতে।

চিলেকছন কমিটিৰ প্ৰত্যেকজন মেম্বৰেই মনে মনে ভাবিছিল যে উৎপলাৰ নিচিনা মেৰিটৰিয়াছ আৰু ইণ্টাৰভিউত প্ৰকৃত আৰু স্পষ্ট উত্তৰ দিওঁতা এজনো নাছিল।

ইণ্টাৰভিউ শেষত এইবাৰ প্ৰিন্সিপেল বৰুৱাই এপইণ্ট্‌মেণ্টৰ কাৰণে তেওঁ সুযোগ্য কেণ্ডিডেটজনৰ নাম মেম্বৰসকলৰপৰা জানিবলৈ বিচাৰিলে।

ক্ষন্তেক পিছতে ৰবীন চৌধাৰী, লোকনাথ ভূঞা, আৰু জগন্নাথ শৰ্মা এই তিনিওজনে একেমুখে শতৰূপা দেৱী ফাষ্ট্ নমিনী আৰু তেৱেঁই সেই চাকৰি পোৱাৰ যোগ্য বুলি আটাই কেউজনে প্ৰিন্সিপেলৰ আগত ডিছিচন্ দাঙি ধৰিলে।

প্ৰিন্সিপেলেও মেজৰিটিৰ মীমাংসাকে কাগজত লিখিবলৈ উদ্যত হ'ল।

আবদুল হামিদ চাহাবে তেওঁলোকৰ সেই প্ৰস্তাৱত মতবাদ কৰি ঘোৰ প্ৰতিবাদ কৰি বাধা দিলে। মই প্ৰিন্সিপেল ডাঙৰীয়াৰপৰা জানিব বিচাৰিছোঁ—আমাৰ পেপাৰত দিয়া এড্‌ভাৰ্‌টাইজ্‌মতে শতৰূপা দেৱীৰ এপ্লিকেছন্ কেনেকৈ ভেলিদ্ হ'ল মই বুজিব পৰা নাই।

প্ৰিন্সিপেল ক'লে—আপুনি কি কৈছে মই বুজা নাই হামিদ চাহেব।

মই কৈছোঁ শতৰূপা দেৱী অনাৰ্চ গ্ৰেজুয়েট নহয়। তেনে অৱস্থাত আপুনি তেওঁক ইণ্টাৰভিউত চিত্ দিলে কেনেকৈ?

প্ৰিন্সিপেলে কলে,—অকল শতৰূপাকেই নহয়, অনাৰ্চ গ্ৰেজুয়েট

মাত্ৰ ৭ জন থকাৰ গতিকে সেই ৭ জনৰ লগতে আমি আৰু ৪ জন অনাৰ্চ্ নথকা কেণ্ডিডেটকো ইণ্টাৰ্ভিউলৈ মাতিছোঁ।

হামিদে ক'লে,—আপোনালোকে যতই যি কওক এই এটা চাকৰিৰ বাবে শতৰূপা দেৱী আজিৰ ডেচিছনত কোনোমতেই যোগ্য হব নোৱাৰে। মই ইয়াত ঘোৰ প্ৰতিবাদ কৰিছো। এই চাকৰিৰ বাবে মোৰ ডেছিছনত উৎপলাদত্ত সম্পূৰ্ণ যোগ্যা কেণ্ডিডেট্। বন্ধ কৰক। আপোনালোকে শতৰূপাক কোনোমতেই চাকৰি দিব নোৱাৰিব। নতুবা এটা ঘোৰ অন্যায় হৈ যাব। এটা ঘোৰ অবিচাৰ হব।

ৰবীন চৌধুৰীয়ে ক'লে—নহয় হামিদ চাহেব। ইয়াত আমাৰ মেজৰিটিৰ মীমাংসাই শেষ মীমাংসা। ইয়াত আৰু যুক্তি বা তৰ্কৰ কোনো ঠাই নাই।

প্ৰিন্সিপেলে ক'লে—ময়ো সেইটোকে মানি লবলৈ বাধ্য হৈছোঁ। হামিদ চাহেব, মই আপোনাৰ অকল এজন মেম্বাৰৰ কথাই মানি লবলৈ নোৱাৰোঁ নহয়।

লোকনাথ ভূঞাই ক'লে—আজিৰ কমিটিত মেজৰিটিৰ মীমাংসাই ফাইনেল। ইয়াত অকল হামিদ চাহেবৰ প্ৰতিবাদ কোনোমতেই গ্ৰাহ্য হব নোৱাৰে।

হামিদ চাহেব খণ্ডত অধৈৰ্য্য হৈ উঠিল। সেইটো কেতিয়াও হব নোৱাৰে। এটা অৰ্থহীন মীমাংসাকে আপোনালোক আটাই কেউজনে মানি ল'লে বুলিয়েই, বিচাৰত সি ন্যায্য আৰু সত্য হব নোৱাৰে। আপোনালোকৰ এইয়া প্ৰি-প্লেন্। আপোনালোক এতিয়া জানিও নজনাৰ নিচিনা হৈছে। আপোনালোকে সমুদ্ৰতলৰ এড়োখৰ উজ্জ্বল মুক্তাক ধূলি ঢাকি ৰাখি পৃথুবীপাৰৰ এটা নগণ্য শামুকক মুক্তানামে অভিহিত কৰিবলৈ বিচাৰিছে। মই কিন্তু ইয়াৰ ঘোৰ প্ৰতিবাদী।

ভবানন্দই কৈ উঠিল—চৌধুৰী চাহেব, চিলেকছন্ কমিটিৰ অকল এজন মেম্বাৰৰ কথাই গ্ৰাহ্য হব পাৰে জানো ?

প্ৰিন্সিপেল ডাঙৰীয়া, অৱশ্যে অকল এজন মেম্বাৰৰ মীমাংসা গ্ৰাহ্য নহব পাৰে ; কিন্তু এজন মেম্বাৰৰ ন্যায্য আৰু সত্য মীমাংসাও আপোনালোকে লুকাই ৰাখিব পাৰে জানো ?

ভৱানন্দই ক'লে—এতিয়া আপুনি কি কব খুজিছে, অথবা যি কৰিব খুজিছে সি আইনতঃ অৰ্থহীন চৌধুৰী চাহেব।

আৰু আপোনালোকেও এতিয়া যি কৈছে, অথবা যি কৰিব খুজিছে সিও এটা জনাশুনা অন্যায়, আৰু বলপূৰ্ব্বক কৰা স্বাৰ্থৰ ব্যভিচাৰ। তেখেত খণ্ডতে চকীখনৰপৰা উচাত মাৰি উঠি থিয় হ'ল। বৰুৱা ডাঙৰীয়া, আপোনালোকে শুনে যদি মই অলপ সময় আপোনালোকক কব খুজিছিলোঁ। মোৰ কেইটামান পইণ্ট্ মাত্ৰ।

- কওকছোন বাৰু। ক'লে ভবানন্দ বৰুৱাই।

হামিদ চাহাবে কৈ যাব ধৰিলে—চাওক আপোনালোকে। উৎপলা দত্ত শতৰূপা দেৱীতকৈ ম'ৰ মেৰিটৰীয়াছ্। শতৰূপাই ইণ্টাৰভিউত কোৱা উত্তৰবোৰ প্ৰায়েই ভুল। শঙ্কৰদেৱ, মাধৱদেৱ জোনাকী যুগৰ সাহিত্যিক নহয়—যি শতৰূপাই কৈ গৈছিল। মোৰ কলেজীয়া বহু দূৰদৰ্শিতা আৰু অভিজ্ঞতাৰ ফালৰপৰা মই আৰু এটা পইণ্ট্ ইয়াতে মোৰ নিজৰ পৰা কৰলৈ বিচাৰিছোঁ যে, এজন প্ৰিভিয়াছ আৰু ফাইনেলৰ ৪০০ নম্বৰ পোৱা কেণ্ডিডেট, এজন একেলগে ৮খন পেপাৰ দিয়া ৪০০ নম্বৰ পোৱা কেণ্ডিডেটৰ কাষত কোনোমতেই সমান প্ৰতিদ্বন্দ্বী হব নোৱাৰে। পিছৰজন কিছু নহয় কিছু হ'লেও প্ৰিভিয়াছ ও ফাইনেলৰ জনতকৈ উচ্চমানৰ বুলি মই বিবেচনা কৰোঁ। তাৰ বাহিৰেও দেখনীয়াৰ বুলিও এটা কথা আছে অৱশ্যে। উৎপলা দত্ত এগৰাকী বিবাহিতা বয়ঃপ্ৰাপ্ত চৰিত্ৰ-গধুৰ মহিলা। এশ ছাত্ৰীৰ ওপৰত তেওঁ থিয় হৈ বক্তৃতা দিয়া কিমান

সুন্দৰ আৰু কেনে শোভনীয়। গতিকে উপৰোক্ত কাৰণবোৰলৈ চাই আপোনালোকক মই অনুৰোধ কৰোঁ—আপোনালোকে শতৰূপা দেৱীৰ এপইণ্ট্‌মেণ্ট্‌ এতিয়াই কেন্সেল্‌ কৰক।

হামিদ চাহাবৰ কথাত জগন্নাথ শৰ্ম্মাই ক'লে—উৎপলা দত্ত একপ্ৰকাৰে তেওঁ এই চাকৰিৰ বাবে একেবাৰেই ডিচ্‌কোয়ালিফাইদ।

কওক, মই আপোনাৰ পৰা জানিবলৈ বিচাৰিছোঁ। হামিদ চাহাবে ক'লে।

জগন্নাথ শৰ্ম্মাই পুনঃ বুজাই দিলে। উৎপলা দত্ত—তেখেত নিৰাশ্ৰয়া আৰু তেখেতে যে তেখেতৰ একমাত্ৰ কন্যা ছোৱালীজনীক লৈ এই কলেজত ৰেগুলাৰ এটেন্‌ডেন্স্‌ দিব পাৰিব সি একেবাৰেই অসম্ভৱ!

হামিদ চাহাব অধৈৰ্য্য হৈ টেবলখনত ভুকুৱাই উঠিল—ন' ন' ন'! নেভাৰ! ডেট্‌ ইজ্‌ নট্‌ ইওৰ লুক্‌ আউট্‌ মাই ডিয়াৰ ফ্ৰেইণ্ড্‌! দায়ীত্বশীল এম, এ পাছ এগৰাকী শিক্ষিতা মাহলাই তেওঁৰ নিজৰ দায়িত্বৰ ওপৰত ফাঁকি দি আপোনাৰ কলেজৰ ধন আহৰণ কৰিব, আপোনালোকে তাকেই ভাবে নেকি?

ভবানন্দ বৰুৱাইয়ো কিছু গৰম হৈ হামিদ চাহাবক কৈ যাব ধৰিলে। আপুনি অযথা বাক্‌-বিতণ্ডা কৰিছে জোনাব চাহেব। ক্ষমা কৰিব। আপুনি একপ্ৰকাৰে কলেজৰ ডিচিপ্লিন্‌ ভঙ্গ কৰিছে।

হামিদ চাহাবো গৰম হৈ উঠিল। আপোনালোকেইবা কলেজ-খনৰ কি ডিচিপ্লেন্‌ ৰক্ষা কৰিছে? এগৰাকী সুযোগ্যা মহিলাক চাকৰিপৰা বঞ্চিত কৰি এজনী অযোগ্যা তিৰোতাক চাকৰি দিবলৈ ওলাইছে কিয়? মই জানিব পাৰিছোঁ—এইবোৰ আপোনালোকৰ প্ৰি-প্লেন্‌ ভিন্ন অন্য একোৱেই হব নোৱাৰে। ইয়াত মই আপোনা-লোকৰ এটা ঘোৰ অবিচাৰ আৰু এটা প্ৰবল স্বাৰ্থৰ অভিসন্ধি দেখিবলৈ পাইছোঁ।

লোকনাথ ভূঞাঁইয়ো তিক্ততাৰ সহিত কৈ উঠিল। আপুনি এইবোৰ নিৰৰ্থক বকিছে। আৰু আপোনাৰ কথাবোৰ বৰ অসঙ্গত আৰু আক্ৰমণাত্মক হৈছে।

নিৰৰ্থক! এই নিৰৰ্থকেই যে বৰ্ত্তমান দেশবাসীৰ সন্মুখত অৰ্থপূৰ্ণ জটিল সমস্যা হৈ পৰিব। এনেকৈয়ে এনেকৈয়ে আপোনালোক দেশৰ শিক্ষাবিদ্‌সকলেই দেশ নষ্ট কৰি পেলাইছে। এনেকুৱা এটা পৱিত্ৰ শিক্ষানুস্থানৰ ভিতৰলৈ স্বাৰ্থৰ গোলাম হৈ কদৰ্য্য দুৰ্নীতি লুকুৱাই-লুকুৱাই লৈ আহিছে। মই আজি আপোনালোকৰ আগতেই কৈ যাম। আপোনালোকেই দেশৰ দুখী-দৰিদ্ৰ সকলৰ তেজ-মাংস শোষণকাৰী গোপন ব্লেক্‌মাৰ্‌কেতীয়াৰ! আপোনালোকৰ প্ৰি-প্লেনৰ কথা মই আগতেই ইঙ্গিত পাইছোঁ।

প্ৰিন্সিপেল বৰুৱাই কিছু ৰাগ কৰি উঠিল। চৌধুৰী চাহাব! আপুনি বৰ আসোঁৱাহ আৰু কদৰ্য্য কথাবোৰ কৈ গৈছে। আমি মেজৰটিয়ে আমাৰ সিদ্ধান্তমতে উৎপলা দত্তক এপইণ্ট্‌মেণ্ট্‌ দিবলৈ অক্ষম।

বেচ্‌ কথা। আপোলোকৰ সিদ্ধান্তমতে হাজাৰজনী শতৰূপাক চাকৰি দি থাক। মই আজি আপোনালোকৰ পৰা মেম্বাৰশ্বিপ্‌ ৰিজিগ্‌নেশন্‌ দিছোঁ। আৰু বৰুৱা ডাঙৰীয়া, মই আপোনাক কৈ যাওঁ—মই আজিয়েই এই কলেজৰ ছাত্ৰীসকলৰ অভিভাবকসকলক জগাই তুলিম। এই এটা ভয়ানক অবিচাৰৰ বিৰুদ্ধে আজিয়েই এখন জৰুৰী সভা আহ্বান কৰিম। আৰু সদৌ অসম-ছাত্ৰসন্থাকো এই বিষয় মই জানিবলৈ দিম। আৰু আনকি শিক্ষানুস্থানৰ মুখীয়াল কৰ্তৃপক্ষ সকলোলৈকো মই লিখিম। কত ধন পইচা খৰছ কৰি কত কত অভাৱ-অভিযোগৰ মাজেদিয়ে কত ছাত্ৰ-ছাত্ৰী একোখন দূৰান্তৰৰ কলেজত পঢ়িবলৈ আহে। আজি আপোনালোকে অকল এক পঙ্কিল দুৰ্নীতিকেই যে ঠাই দিছে এনে নহয়। এগৰাকী পাৰদৰ্শী

পূৰ্ণ উপযুক্ত মহিলাক চাকৰিৰ পৰা বঞ্চিত কৰি এগৰাকী অযোগ্যা প্ৰাৰ্থীক চাকৰি দিয়াৰ মানে ছাত্ৰীসকলৰ ওপৰতো আপোনালোকে দুৰ্ঘোৰ অন্যায়, অবিচাৰ নকৰাকৈ থকা নাই। আজিৰ এই আপোনালোকৰ অবিচাৰ আৰু স্বাৰ্থৰ স্বেচ্ছাচাৰিতা মই প্ৰত্যেকখন দৈনিক কাকততে প্ৰকাশ কৰি দেশৰ জনতাক জানিবলৈ দিম। আৰু মই ডাঠি কব পাৰোঁ যে এনেকুৱাবোৰ গোপন দুৰ্নীতিৰ পৰাই একোখন কলেজৰ ইউনিভাৰ্চিটীৰ ৰিজাল্ট্ বৰ শোচনীয় হৈ পৰে। ই ধ্ৰুব—সত্য!

বৰ বিৰক্তিৰে ৰবীন চৌধুৰীয়ে কৈ গ'ল। আপুনি যি কৰিব খুজিছে—য'ক বাহিৰত যাই কৰকগৈ। এনেকুৱা এখন চিলেক্‌ছন্ কমিটীৰ ভিতৰত আপুনি আৰু অপ্ৰিয় অসঙ্গত কথাবোৰ কৈ নেথাকিব।

হামিদ চাহাবে উগ্ৰমূৰ্ত্তি ধৰি টেবুলখনত ভুকুৱাই ভুকুৱাই কব ধৰিলে। নাই—নহয়—নেলাগে। আপোনালোকৰ নিচিনা চোৰাং ছদ্মবেশী শিক্ষাবিদ্‌সকলৰ অসৎ ব্যভিচাৰী সঙ্গত আবদুল হামিদৰ নিচিনা এজন লোকে এক দণ্ডও থাকিব ইচ্ছা নকৰে। আপোনালোকৰ নিচিনা দেশৰ জঘন্য দুৰ্নীতিকাৰীগণক আবদুল হামিদে চকুৰে চাবলৈও ঘিণ কৰে। টেবলখন ভুকুৱাই ভুকুৱাই উচাতমাৰি তাৰ পৰা আবদুল হামিদ প্ৰস্থান কৰিলে।

ভবানন্দ বৰুৱাও চকীখনৰ পৰা টেবলখনত হাত দুখন ভৰ দি উচাত মাৰি থিয় হ'ল। তেওঁ আৰু আন কেইজন মেম্বাৰে কুঞ্চিত কপালেৰে, উগ্ৰচিত্তে হামিদৰ প্ৰস্থান-পথলৈ দৃষ্টি কৰি ৰ'ল।

---

## ● পঞ্চমী

হো-বাবু! দে না, দো-দশ পায়ছা দেনা বাবু। দে বাবু! এটা বাৰ তেৰ বছৰীয়ামান নিঃকীন দৰিদ্ৰ ল'ৰা। সি ধুটী—পাঞ্জাবী পিন্ধা চাইকেল ধৰি বাট বুলি বুলি গৈ থকা ডেকাজনৰ পিচে পিচে ভিক্ষা খুজি তাক আমনি কৰি আহিছিল। ডেকাজন অদৃশ্য হ'লগৈ। মগনীয়া লৰাজন কলামলাকৈ; একেবাৰে সৰু সৰু চুলি। গাত মলি মাটী ভৰা। তাৰ পিন্ধনত এটা সৰু ফটা হাফ্‌পেণ্ট্‌ আৰু এটা মলিয়ন ফটা গেঞ্জী মাত্ৰ। সৰু কাগজ এখনত অলপ চানাচুৰ বাদাম লৈ চোবাই আছিল সি। তাৰ বাওঁহাতখনত দেখা গৈছিল দুখন এটকীয়া নোট, আৰু লগতে দহ নইয়া, পাঁচ নইয়া পইচা কিছুমান। খুচুৰা পইচাৰে হাতখন তাৰ ভৰি আছিল।

সেইয়া মোহনপুৰৰ শিমলুতলিৰ চিধা দীঘল ৰাস্তাটো।

ইলাক্ষী আৰু উৎপলা ৰাস্তা বুলি বুলি অহা দেখি সিও গৈ ওচৰ চাপিলগৈ সিহঁতৰ। হো-মাঈ, দেনা মাঈ, কুছ্ পাইছা দেনা মাঈ! সি ভিক্ষাৰ হাত পাতি ৰ'ল।

উৎপলাৰ মনটোতে এটা আঘাত লাগি গ'ল। আই ঐ দেহি! গাত কানি-কাপোৰ নাই। ইমান গৰীব লৰা! হায় মোৰ

দুৰ্ভাগ্য। এটা বাটৰ ভিখাৰী লৰাকো এটা পইছা দিবলৈও মই অক্ষম।

দেনা মাঈ! দো-চাৰ্ পাইছা দে যানা মাঈ। তুহাঁৰ ভা[illegible]
হোবে। দে মাঈ, দে—হামি বড় দুঃখীত ছেলে আছে মাঈ।

উৎপলাই অনুশোচনাৰে কৈ গ'ল তোতকৈযে আমি বহুদুখী ভাইটী। পইছাৰ অভাৱত মই মোৰ অকৰা ছোৱালীজনীক অকণমান পথ্য দিব পৰা নাই। বিক্সাত আহিবলৈকো আনকি পইচা নাই। তাইক মই এইয়া বাট বুলাইয়ে লৈ আহিছো আচ্পতালতে ভৰ্ত্তি কৰি দি আহোঁগৈ বুলি।

—উৎপলাৰ কথাবোৰ শুনি সি তাইলৈ কিবা এক সকৰুণ দৃষ্টিৰে চাবলৈ ধৰিলে। মাঈ, তুহিঁ কৌন মাঈ? হাঁ-হাঁ—আৰে—হামি তোমাকে চিনা পাইছে মাঈ! তুই যে হামাদেৰ বাগানেৰ মাঈজী আছে। বল্—মাঈজী—হামাৰ কাছে তুঁ জুঠ্ না বলিবে।

—তই কোন বাগানৰ কথা কৈছ ভাইটী?

ঐ যে লাহাৰচুং বাগানকে তুমিতো হামাৰ মালিকনি লছ্মী আছে। হামি তোকে ঠিক চিনিয়াছে। তুমহাৰ ঐ বাগানেৰ বাংলাতে হামি আউৰ হামাৰ মা বাবাকে লগে তুম্হাৰ্ বাংলাতে গিয়াছিলা। তুম্হি কি ভুলে গেছ মাঈজী!

কছোন। তই কোন? কৰ ল'ৰা ভাইটী?

হামি লাহাৰচু বাগানকে চৰ্দ্দাৰ দুখী যশোৱাবাকে লেড়কা আছে। হামাৰ নাম মতি আছে। তাৰ হাতৰ চানাচুৰ শেষ হৈ গ'ল। কাগজখন সি মোহাৰি গোল কৰি দলিয়াই দিলে। আৰু কাণত আশ্ৰয় লৈ থকা বিড়ীটো সি জ্বলাই ল'লে।

উৎপলা বিস্ময় হৈ গ'ল। মতি, ওই লাহৰীচাং বাগানৰ দুখী যশোৱাবাৰ ল'ৰা? ক'ত সেই লাহৰীচাং বাগান আৰু ক'ত এইয়া মোহনপুৰৰ শিমলুতলি। তই এইখিনি পালিহি কেনেকৈ মতি?

লাহৰীচাং বাগানৰ নামটো আজি বহুদিনৰ মুৰত তাই নতুনকৈ শুনি তাইৰ মনটো আনন্দতে ভৰি গ'ল। তাই যেন তাৰ লগত বহু কথাই পাতি থাকিব। তাইৰ অন্তৰখন এটা যেন নতুন প্ৰস্তাৱেৰে আপ্লুত হৈ গ'ল। তই কছোন ক' মতি! তই ইয়ালৈ কিয় আহিলি?

মতিয়ে হাতখনেৰে চকু পানী মচিলে। হামাৰ বাবা নাই মাঈজী হামাৰ বাবা নাই।

কিয়? তোৰ বাবা দুখী যশোৱাৰা ক'লৈ গ'ল ভাইটী।

হামাৰ বাবা ভগৱানেৰ কাছে গেল মাঈজী। হামি এখানে ভিংছা কৰিতে আসিয়াছে।

উৎপলা আচৰিত হৈ গ'ল। কি! তোৰ বাবা দুখী যশোৱাৰা নাই? ঢুকাল? তোৰ বাবা কি হৈ মৰিল ভাইটী?

কুছ্ হুৱা ন্যেহি মাঈজী। কুছ্ হুৱা নেহি! হামাৰ বাবাকে সাঁপ কাটিয়া মাৰিয়া ফেলিয়াছে। সি চকুপানী মচি পেলালে।

উৎপলাৰ অন্তৰখন দহি গ'ল। তাই মতিৰ মুখখনিলৈ একান্ত মনে চাই ভাবি ৰ'ল। হাঁয় ভগৱান! এয়ে মানুহৰ জীৱন! এয়ে মানুহৰ মৃত্যু! এই দুখী যশোৱাৰাই সেই বাগানৰেই কত জন সৰ্পে দংশিত লোকক তাৰ এক অলৌকিক ধন্বন্তৰী সৰ্পমন্ত্ৰ দ্বাৰা জীৱন ফিৰাই অনালে। হাঁয় হাঁয়! কালৰ কি ভয়ঙ্কৰ প্ৰতিশোধ! শেষত গৈ সেই সৰ্প-দংশনতে সি নিজেই প্ৰাণ হেৰুৱাব লগীয়াত পৰিল।

তুঁহি কি ভাবিয়া ৰহিছে মাঈজী।

ভাবিছোঁ মতি, মোৰ এই পোণাজনী কেচুৱাতে এদিন উপকৰাৰ বতাহ লাগি চকু থিৰ কৰি পাতি দিছিল। ভাবিছিলোঁ সিদিনা সিমানখিনিতে ইলাই আমাক কন্দুৱাই থৈ গুচি যাবগৈ। পিছে তোৰ দুখী যশোৱাৰাই তাৰ অব্যৰ্থ চাওঁতালীমন্ত্ৰেৰে জাৰি ফুঁকি পোণাকণক মোৰ বুকত ফিৰাই দি গৈছিল। এনেকুৱা এজন পৰহিতাকাঙ্খীলোকৰ মৃত্যুত শ্ৰাদ্ধৰ বাবে তাৰ লৰাক যে মই আজি

এটা ফুটাকড়িও দি সহায় কৰিব পৰা নাই! হাঁয় এইখন মোৰ কপাল! ইয়াত তই ক'ত থাকিবি মতি?

ঐতো কিছুটা দূৰ হোবে। ঐতো ছনকুচীলা গেৰাম আছে। ঐখানে হামাৰ মামা আছে। হামি মামাৰ বাড়ীতে আছে। বাবাৰ কাজেৰ জন্য মামাকে ডাকিয়া লইয়া যাইবাৰ হামি আসিছে। আচ্ছা মাঈজী, তুঁ এখানে কেন? এতবড় ধনীলোক! বাপ্ ৰে বাপ! তোকে এখানে কি ৰকম—কি ৰকম লাগিছে হোঁ! তুই লেৰকীকে লিয়ে এখানে এৰকম কেন আছ মাঈ।

কথাপাতি পাতি ভালেমান দূৰ পালেগৈ সিহঁত। ইলাক্ষীৰ ভৰি বিষাইছে তাই মাকক আমনি কৰিলে।

ভাইটী, তোৰ মালিকে যে আমাক খেদি দিছে। বাগানত থাকিব দিয়া নাই।

কেন কেন মাঈজী! কেন তোকে খেদাইয়ে দেবে? না-না-তুই বাগান চল্! তুই হামাৰ বাগানকে লছমী আছে। তুই না থাকিলে হামাৰ বাগানকে মজতুৰকে কৌন পিয়াৰ কৰিবে মাঈজী!

—মই'নেযাওঁ। মই বাগানলৈ আৰু ফিৰি নেযাওঁ ভাইটী! সেই লাহৰীচাং আৰু লাহৰীচাং বাগান হৈ আছে জানো? তোৰ বাবাৰ শ্ৰাদ্ধলৈ এটাও পইচা নাই ভাইটী! তই মোক মাফ্ কৰি যা!

আৰে তুই এত গৰীব কোন দিনসে হলি? তুইতো হামাৰসে গৰীব হুয়ে গেছ মাঈজী!

সঁচা! তোতকৈওযে গৰীব!

তোৰ লেড়কীকে কি হইছে মাঈ। তোৰ এই সোণাৰ মতন লেড়কী! আহা হা! কি হুইয়ে গেছেৰে।

জ্বৰ। বহুদিনৰপৰাই জ্বৰ বাছা। হাতত পইছা নাই। সেয়ে লৈ আহিছোঁ তাইক আচপতালতে থবলৈকে। উৎপলাই আঁচলখন ঢাকি তাৰ আগত উচুপিবলৈ ধৰিলে।

মতিৰ মনটো কিবা লাগি গ'ল। তুঁ কান্দিছ না। ৰাখ্—ৰাখ্ এই হামাৰ কাছে পাঁচ ৰুপইয়া মতন হোবে। তুঁ লৈয়ে যা মাঈজী! তোৰ লেড়কীকে পাৰাণ বাঁচা। অহো! তোৰ কি ৰকম সোণাৰ লেড়কী! হায়ৰে হায়! কিৰকোম হুইয়া গিয়াছে। এই নে মা! মতিয়ে তাৰ হাতত থকা এটকীয়া নোট দুখন আৰু তিন টকা আন্দাজ মানৰ নয়া পইচা উৎপলাৰ আগলৈ হাত আগবঢ়াই দিলে। হামাৰসে এখুনি তোৰ লেড়কীকে পাইছাৰ বহুত দৰকাৰ মাঈ।

এটী নিঃকীন-নিৰাশ্ৰয় একেবাৰে গৰীব শিশুবালকৰ সেই এটা দুৰ্জ্জয় অনুকম্পা আৰু সহানুভূতি দেখি উৎপলাৰ হিয়াখন ভাগি চুৰমাৰ হৈ গ'ল। তাই আৰু কথা কব নোৱাৰিলে। শোকে থুন্দা মাৰি ধৰিলে। তাই মতিক গাৰ কাষলৈ টানি আনি তাক সাৱট মাৰি ধৰি আঁচলখনি ঢাকি হুক্-হুকৈ কান্দিবলৈ ধৰিলে।

তুঁ কাঁদিছ কেন মাঈ? হামাৰ বাবা মৰিয়া গেছে—হামি কাঁদিবে। তুঁ কেন কাঁদিছ মাঈজী!

দূৰৈত এখন মটৰৰ হৰ্ণ শুনা গ'ল। সি চাই পঠিয়ালে এখন গাড়ী আহিব ধৰিছে। তাৰ ছনকুচী গাঁওলৈ যোৱা মটৰখন। সি উৎপলাৰ পৰা গা এৰা দি আহিল আৰু সি যাবলৈ উদ্যত হ'ল। হামি এখন ছনকুশীলা গেৰাম যাবে। হামাৰ মামা ৰতন যশোৱাৰাৰ বাড়ী যাবে। কাল ফেৰ্ মামাৰ সাথে হামি বাগান চলিয়া যাবে। তোকে ছাড়িয়া যাইতে হামাৰ মনটা বড় দুখ্খু লাগিছে মাঈ। আচ্ছা হামি যাইছে। তুঁহাৰ সঙ্গে ফেৰ্ মুলাকাৎ হোবে।

অলপ বৈ যাছোন মতি। তোক এটা কথা মাত্ৰ সুধিবলগীয়া আছে।

বল্ তবে।

উৎপলাই চকুলো মচি ক'লে তোৰ বাগানৰ মালিক ভালে আছেতো?

হাঁ-হাঁ খুউব ভালো আছে মাঈ। ঐ গাড়ী আসিয়া পৌছিল। হামি যাবে এখন।

মতিৰ কথাত তাই ডিঙি বেকা কৰি সন্মতি প্ৰকাশ কৰি ভাবি ৰ'ল। হাঁয় ভগৱান! এটা সামান্য বনুৱাৰ ল'ৰা। তাৰ অকণমান অন্তৰখনৰ অনুকম্পা কিমান! তাৰ সৰল সমুজ্জ্বল স্বাৰ্থত্যাগ কিমান মহৎ—কেনে সুন্দৰ! আৰু আমাৰ বৰমূৰীয়া দেশনেতাসকল? শিক্ষা-দীক্ষাই জুমুৰি দি ধৰা একোখন গধুৰ অন্তৰ যে কি বিভীষিকাময়, কি যে স্বাৰ্থজড়িত! কিমান নীচ আৰু কিমান নত।

ছোৱালীজনীক লৈ তাই এডাল আইঁত গছৰ তলত আহি জিৰালহি। অতি ক্ষীণ সুৰেৰে ইলাক্ষীয়ে ক'লে—ভৰি বিষাইছে মা।

আচপতাললৈ আৰু বেছি দূৰ নাই। মই তোক কোলাত লৈ যাম নহয়।

ইলাক্ষীক হাতত ধৰি কেইখোজমান যাব ধৰোঁতেই শতৰূপাদেৱী আহি সিহঁতক লগ ধৰিলেহি। তাইৰ হাতত এটা ৰঙীন সুন্দৰ লেডী ছাটি। আনহাতে এটা দীঘল ফিতাযুক্ত ক'লা বিলাসিতাপূৰ্ণ বেগ। চকুত গগলচ্। এখন নক্সী দামী বেনাৰসী শাৰী। অন্যান্য বিলাসী সাজ-সজ্জাৰে শতৰূপাক সজ্জিত হৈ অহা দেখা গৈছিল। এইদৰে ক'লৈ যায় তাই?

উৎপলাক দেখি প্ৰথমে দূৰৈৰে পৰা শতৰূপাই মাত লগালে,—অ'-উৎপলা বাইদেউ! অসুখীয়া ছোৱালীজনীক এইদৰে ক'লৈ লৈ যায় আপুনি?

ছোৱালীজনীক আচ্পতালতে ভৰ্ত্তি কৰি দি আহোঁগৈ ৰূপা!

তাইৰ সেই তাহানি দিনৰে পৰা জ্বৰ ভাল পোৱা নাই নেকি বাইদেউ?

নাই ৰূপা। মাজে মাজে এৰে,— আকৌ মাজে মাজে জ্বৰ দেখোন উঠিয়েই থাকে। তুমি ক'লৈ যোৱা?

কলেজলৈ।

কলেজলৈ? কোন কলেজলৈ? কিয় যোৱা?

সুনীতিদেৱী গার্লচ্ কলেজলৈ যাওঁ বাইদেউ। মই এপইন্ট্-মেন্ট্ পাইছোঁ নহয়। জইন্ কৰা আজি চাৰিদিনেই হ'ল।

উৎপলাই কিছুপৰ অশ্রুব্যাকুল নেত্রে শতৰূপাৰ মুখৰ ফালে চাই ৰ'ল। যোৱাগৈ যোৱা ৰূপা। তোমাৰ দেৰী হব।

শতৰূপা যাবলৈ উদ্যত হৈও ৰৈ গ'ল। অ', বাইদেউ, দেউতাই এবাৰ আপোনাক মাতি পঠাইছে। লগ পালে মোক কবলৈ কৈছিল আপোনাক।

কিয় ৰূপা?

আপোনাৰ হেনো ২৭ দিনৰ টিউশনৰ পইচা দিবলৈ বাকী আছে।

মোক নেলাগে ৰূপা। মোৰ ২৭ দিনৰ কিয়? দেশৰ গণ্যমান্য দেশহিতৈষী লোকসকলে মোৰ ২৭ বছৰৰ মুখৰ আহাৰ কাঢ়ি নিছে। মোৰ আৰু সেই ২৭ দিনৰ সামান্য পইচাৰেই বা মোৰ কি ক্ষতি হব। তেখেতক কবা তেখেতে মোৰ সেই পইচাখিনি তেখেতৰ ৺দেউতাকৰ শ্রাদ্ধ-পিণ্ডাদিতে খৰছ কৰে যেন।

আপুনি এনেকৈ কিয় কয় বাইদেউ?

মই নিজে কোৱা নাই। মোৰ এক দুঃসহ দুৰৱস্থাই কোৱাইছে ৰূপা। তুমি অভাৱবিহীন ছোৱালী। সেই কথা তুমি বুজিবলৈ টান পাবা। যোৱাগৈ যোৱা।

শতৰূপা সলজ্জ আৰু বিষণ্ণ মনে গুচি গ'ল।

শতৰূপা কলেজলৈ সেইদৰে সাজিগুজি যোৱা দেখি উৎপলাৰ হিয়াখন ধান বনাদি বানিব ধৰিলে। তাই শতৰূপাৰ বহুদূৰ প্রস্থান পথলৈ দৃষ্টি কৰি ৰ'ল। জগতৰ এয়ে ধর্ম্ম! দেশবাসীৰ এয়ে বিচাৰ! সেইয়া শতৰূপাই কাৰ সৌভাগ্য কপালত সানি লৈ ইমান

লাস-বিলাসেৰে কলেজলৈ গৈছে। সেইয়া এটা মহা অন্যায়কে বুকত লৈ শতৰূপাৰ ৰাস্তাৰ প্ৰতি খোজতেই পদধ্বনি হৈ উঠিছে—ধনৰ অহঙ্কাৰ, অৰ্থৰ অপৰাজেয় ক্ষমতা, প্ৰসাধনৰ প্ৰবল দৰ্প। উঃ! উ হু হু! সেইয়া সেইয়া শতৰূপাক দেখি মই কেনেকৈ ধৈৰ্য্য ধৰি আছোঁ। ধনী মানুহৰ ধনৰ অত্যাচাৰত মই মৰা নাই কিয়?

ইলাক্ষীয়ে দুৰ্ব্বল সুৰে ক'লে—ভোক লাগিছে মা!

ইলা, মই এতিয়াই যোগাৰ কৰিম। মা-জী দুজনীৰ কাৰণে মই চিৰকালৰ আহাৰ যোগাৰ কৰিম। এতিয়াই কৰিম। যাৰ কাৰণে আৰু কোনোদিন মানুহৰ ওচৰত ভিক্ষাৰ আঁচল পাতিব নেলাগে। তোৰ পথ্যৰ কাৰণে ঘনশ্যাম ভট্টাচাৰ্য্য, ভবানন্দ বৰুৱাৰ নিচিনা লোকৰ ওচৰত প্ৰাৰ্থনাৰ আঁচল পাতিব নেলাগিব আৰু! মই যোগাৰ কৰিম ইলা!

তাই হচ্‌পিতেললৈ যাবলৈ আৰু ভৰিকেইখন যেন আগুৱাই যাব নোখোজে। শতৰূপাৰ প্ৰতি এটা আক্ৰোশ বুকত লৈ ঘূৰি আহিল ঘৰলৈ। ছোৱালীজনী কান্ধত লৈ আহিও তাই ভয়ানক কষ্ট পালে।

---

## ● ষষ্ঠী

লাহৰীচাং বাগানৰ সৌমীন দত্তৰ বাংলাত আহি উপস্থিত হ'লহি দুখী যশোৱাৰাৰ বিধৱা পত্নী জানকী আৰু তাইৰ ল'ৰা মতি। ৺দুখী যশোৱাৰাৰ মৃত্যুৰ কাজকৰ্ম্মৰ বাবে সাহায্য লাগে। দুখী যশোৱাৰা বাগানৰ বনুৱা-বিদ্ৰোহৰ নেতা আছিল যদিও সৌমীনে যশোৱাৰাৰ শ্ৰাদ্ধাদিৰ কাৰণে সিহঁতক দহটকীয়া নোট এখন আনি দিলেহি।

সৌমীন দত্তৰ বাংলাত আগে পিছে আহি যেনেকুৱা লাগিছিল, জান্‌কীহঁতৰ সেইদিনা তেনেদৰে নেলাগিল। তাই গোটেই বাংলাঘৰটো উকণ্ডা উকণ্ডা দেখিলে। মাতবোল নাই। গোটেই ঘৰটো যেন কিবা এক ম্ৰিয়মান হৈ এনেয়ে ৰখি আছে।

জান্‌কীয়ে কথাই কথাই বাংলাত উৎপলা আৰু তাইৰ ছোৱালীজনী কিয় নাই সৌমীনক প্ৰশ্ন কৰিলে। আৰু মোহনপুৰত তাইৰ ল'ৰা মতিয়ে উৎপলাক তাইৰ ছোৱালীজনীৰ স'তে শিমলুতলিৰ ৰাস্তাত কিযে দীনদুখীৰ অৱস্থাত তাইক লগ পাই দেখি সকলোবোৰ কথা তাই অতি দুখ মনে কৈ গ'ল সৌমীনৰ আগত।

সৌমীনে ইমানদিনে নিজৰ দুৰ্ব্বলতাত আৰু লজ্জাত তাইৰ বাবিচাৰ খা-খবৰ কৰিবলৈ সঙ্কোচ কৰি আছিল যদিও ইলাক্ষী আৰু

উৎপলাৰ কাৰণে তাৰ অন্তৰ সদায় অহৰ্নিশে কান্দি উঠিছিল। এই কথা মাত্ৰ জানিছিল দয়াৰামে। দয়াৰামে তাক প্ৰবোধ দিয়া ভিন্ন আৰু অন্য বা সি কি দিব?

শয়নকক্ষত এনলাৰ্জ কৰি আঁৰাই থোৱা উৎপলা আৰু ইলাক্ষীৰ ফটো দুখনলৈ সি অশ্ৰুভাৰাক্ৰান্তনেত্ৰে সদায় চাই; সদায় পত্নী কন্যাৰ বিৰহৰ অনুতাপে তাৰ অন্তৰ দেই পুৰি নিয়ে। যেতিয়া পত্নী কন্যাৰ অসহনীয় দুৰ্ভাবনাই আহি অন্তৰত আলোড়ন তুলি দিয়ে সি তেতিয়াই খায় মদ! কেৱল মদ! কেৱল মদ! সি আজি তাৰ জনহীন গৃহত তাৰ গুপ্ত প্ৰণয়িনী চামেলিয়াক লৈ আহি কতৰকম প্ৰেম-প্ৰণয়েৰে মচগুল হৈ থাকিব পাৰে। ক'তা আজি মোহন মাঝি? ক'তেই বা সেই ৰূপহী দীপলিপ্ গাভৰু চামেলিয়া? ক'লৈ গ'ল সেইবোৰ? সেইবোৰত তাৰ বিতৃষ্ণা ভৰি আহিল কিয়?

জান্কীৰ মুখে উৎপলা-ইলাক্ষীৰ দীন দুৰৱস্থাৰ কথা শুনি সৌমীনৰ অন্তৰত এক অনুতাপৰ দাবানল জ্বলি উঠিল। বাংলাৰ পৰা অতি সন্তোষেৰে জান্কী আৰু মতিক বিদায় দিলে। সি আৰু ইফাল সিফাল নেভাবি তেতিয়াই—তেতিয়াই দয়াৰামক দি ড্ৰাইভাৰক মতাই অনালে। সেইদিনা কিন্তু মোহনপুৰতে যে তাৰ পৰিচিত এজন ৰত্নেশ্বৰ মুদৈ আছে সি একেবাৰে পাহৰিয়ে গৈছিল। সি তাৰ ৫৫১৭ নং বটলগ্ৰীন্ এমবেছেডাৰখনত ড্ৰাইভাৰৰ লগত দয়াৰামক দি মোহনপুৰলৈ পঠাই দিলে। সিহঁত দুজনে তাত উৎপলা আৰু ইলাক্ষীৰ অতি সঙ্গোপনে মাত্ৰ অনুসন্ধান কৰি গুচি আহিব। তাইৰ নিৰ্দিষ্ট থকা ঠাই সিহঁতে নিৰ্দ্ধাৰিত কৰি জানি আহি সৌমীনক কবহি মাত্ৰ।

সেইদিনা গাড়ীখন বিদায় দি সৌমীনে বিচনাত পৰি জীৱনৰ নানা ইতিহাস ভাবিবলৈ ধৰিলে। আৰু মাজে মাজে সি একোবাৰ বিচনাৰপৰা উঠি উঠি ইলাক্ষী-উৎপলাৰ এনলাৰ্জ্ ফটো কেইখনৰ

ওচৰলৈ আহি চাই আকৌ ফিৰি গ'ল। তাৰ অন্তৰত গুমৰি থাকিল—দয়াৰাম আৰু ড্ৰাইভাৰ ফিৰি আহি দিয়া আসন্ন খবৰটোৰ কাৰণে মাত্ৰ।

গাড়ী গৈ বেলাতে মোহনপুৰ পালেগৈ। টিটাবৰ ৰেলষ্টেশনৰ নিকটবৰ্ত্তী মোহনপুৰ। কিছু কিছু ৰাস্তা একেবাৰে বেয়া। মানে কেঁচা ৰাস্তা।

গধূলি পাৰ হৈ গ'ল। সৌমীন বাংলাৰ ওপৰত। সি দৃষ্টি কৰি আছিল তাৰ ফিৰি অহা গাড়ীখনলৈ। গধূলি হৈ গ'ল। অৱশ্যে ৰাতি যে হব নিশ্চয়। গাড়ীখন সিদিনা ঘুৰি নহালৈকে সি পিঞ্জৰাবদ্ধ সিংহৰ দৰে ৰুমটোৰ ভিতৰতে অকলে অকলে অশান্তিত ইফাল-সিফাল কৰি পদচালনা কৰি ফুৰিবলৈ ধৰিলে।

তাৰ বেৰৰ ওৱাল ক্লকটোত ৰাতিৰ ৭।৮।৯।১০ কৈ বাজি শেষ হৈ গ'ল। সেইয়া বহুদূৰত মটৰৰ লাইট। তাৰ গাড়ীখন। পৰিচিত লাইটৰ পোহৰ।

ৰাতি ১১ বাজি ৮ মিনিট। গাড়ীখন সৌমীনৰ বাংলাৰ তলত আহি ৰখিলহি। হৰ্ণ বাজি উঠিল। দয়াৰাম আৰু ড্ৰাইভাৰ দ্ৰুতপদে উঠি গ'ল ওপৰলৈ। ৰখি আছে জাগি সৌমীন অকলে।

সৌমীনৰ প্ৰতীক্ষাৰ প্ৰশ্নৰ উত্তৰত দয়াৰামেই কৈ গ'ল। মোহনপুৰৰ উৎপলা অনুসন্ধানৰ ইতিহাস। সিহঁতে সেই অঞ্চলত উৎপলাৰ বিষয়ে বহু লোকজনক তাত সুধিবলগীয়া হৈছিল। শেষত সেই ঠাইৰ লোকালোকে দিয়া ঠিকনামতে আহি সিহঁতে ঠিক্ মুখ এন্ধাৰ পৰত তাইক দেখা পাইছিলহি। তাই এখন সৰু দোকানৰ পৰা ওলাই গৈছিল। তাইৰ আঁচলত যতদূৰ সম্ভৱ সেইয়া তাই আধা-সেৰমান চাউল কিনি লৈ গৈছিল। কিমান দুখে যেন তাইক পীড়িত কৰি পেলাইছে। তাইৰ পিন্ধা মেখেলা চাদৰবোৰ একেবাৰে জীৰ্ণ-শীৰ্ণ মলিন। সেই উৎপলাক আৰু উৎপলা বুলি চিনি পাবলৈ

কষ্ট যেন লাগিল। গধূলিৰ অলপ অলপ মুখ এন্ধাৰত সিহঁতৰ মটৰখন সোঁ সোঁ কৰি তাইৰ গাৰ কাষেদিয়ে ধূলি উৰাই গুচি গৈছিল। তাই বোধকৰোঁ সেইখন সৌমীনৰ গাড়ী বুলি নিশ্চয় অনুভবেই কৰা নাছিল। গাড়ীখনৰ বটলগ্ৰীন্ ৰংটো দেখিলেও তাই গাড়ীৰ নম্বৰটোলৈ নিশ্চয় লক্ষ্য কৰা নাই। এটা অপ্ৰত্যাশিত মুহূৰ্ত। মোহনপুৰলৈ সৌমীনৰ গাড়ী অহাৰ কথা তাই ভাবিবই বা কিয় ?

দয়াৰামৰ দীঘল বতৰা শুনি সৌমীনে এটা দীঘল হুমুনীয়া এৰি দিলে। সি নিঃশব্দে পুনঃ দৃষ্টি কৰিলে বেৰৰ উৎপলা আৰু ইলাক্ষীৰ ফটো ডুখনলৈ।

ইমান ৰাতি। সেইয়া সৌমীনে আকৌ খুলি লৈছে এটা বটল। হোৱাইট্ লেবেল। সি একো নকলে। কিছুপৰ নিৰুত্তৰ ভাবে ভাবি থাকি—সি ড্ৰাইভাৰ আৰু দয়াৰামক ইঙ্গিততে যাবলৈ দিলে।

এতিয়া মদেই সৌমীনৰ বন্ধু। মদেই সৌমীনৰ অন্তৰৰ একমাত্ৰ প্ৰবোধ বা সান্ত্বনা।



## সপ্তমী

কেইদিন মানৰ পিছত।

কলিতা দম্পতীয়ে নীৰলে নিশা উভয়ে গোপনে আলোচনা কৰিলে তেওঁলোকে উৎপলাৰ মুখে তাইৰ স্বামীৰ ঠাই ঠিকানা সকলো জানিছে, শুনিছে। তাই সকলো নকলেও—কিছু ধাকি কথা ক'লেও তাই তাইৰ স্বামীৰপৰা বিতাৰিত হৈ অহা বৃত্তান্ত তেওঁলোকে শুনিবলৈ পাইছে। দিনকে দিনে উৎপলা ইলাক্ষীৰ বিলৈ বিপত্তি-বোৰ দেখি শুনি তেওঁলোকেই এখন গোপন চিঠি লাহৰীচাং বাগানৰ ঠিকনাত সৌমীন দত্তলৈ লিখি চাব বুলি স্থিৰ কৰিলে।

সুচৰিতাই কিছু সময় স্থিৰ ভাবে ভাবি আকৌ পদ্ম কলিতাক কবলৈ ধৰিলে যে—হয়তো উৎপলাই জানিব পাৰিলে অন্যথাও ভাবি উঠিব পাৰে। তাই হয়তো ভাবি লবলৈ বাধ্য হব যে তাই কলিতাঘৰক সকলো সময় বেজাৰ বিৰক্তি দি থকাৰ গতিকেই হয়তো সেইবোৰৰপৰা তেওঁলোকে অব্যাহতি পাবৰ কাৰণেই গোপনে গোপনে সৌমীন দত্তক তেওঁলোকে মাতি পঠিয়াইছে তাইক লৈ যাবলৈ।

তেওঁলোকৰ স্বামী-স্ত্ৰীৰ কথা। আৰু বা ক'ত কি! গতিকে

তেওঁলোকে সৌমীনলৈ চিঠি-পত্ৰ লিখাও বন্ধ কৰিলে। হয়তো শেষত উৎপলায়েই বেয়া পাই উঠিব।

সেইদিনা কলিতাৰ দুপৰিয়াতে দি যোৱা আসাম ট্ৰিবিউন আৰু নতুন অসমীয়া দুয়োখন পিচদিনা পুৱাতে উৎপলাই লৈ গ'ল তাই থকা কোঁঠালৈ। সেই একেদিনাতে দুয়োখন কাগজতে ইংৰাজী আৰু অসমীয়াতে লিখা বাতৰিটো উৎপলাৰ দৃষ্টিত পৰিল। লিখিছে আবদুল হামিদ চৌধুৰীয়ে "সুনীতিদেৱী গাৰ্লচ কলেজৰ দুৰ্নীতি" শীৰ্ষক এটা আচৰিত বাতৰি। তাত তেওঁ এটা কথা লিখিছিল,—পূৰ্ণ উপযুক্তা এগৰাকী মহিলাক সেই চাকৰি নিদি এগৰাকী কোনো অৰ্হতা নোহোৱা তিৰোতাক সেই চাকৰি দিয়াত—শিক্ষা বিভাগত এটা ভয়ঙ্কৰ দুৰ্নীতিৰ অৱতাৰণা হৈ উঠিছে। হামিদ চাহাবৰ এই এষাৰি কথাৰ পৰাও উৎপলাৰ আৰু বুজিবলৈ বাকী নাছিল যে সেই চাকৰিৰ কাৰণে যোগ্য কেণ্ডিডেট একমাত্ৰ তাইয়েই আছিল। কিয়নো সিদিনাৰ ৯ জন ইণ্টাৰভিউৰ প্ৰাৰ্থীৰ ভিতৰত তেওঁলোক দুজনেই মাত্ৰ মহিলা আছিল—উৎপলা আৰু শতৰূপা। এই দুৰ্নীতিৰ বিৰুদ্ধে অনুসন্ধান আৰু তত্বাবধান লবলৈ হামিদ চাহাবে দেশৰ বৰ্ত্তমান জনতা আৰু শিক্ষা বিভাগৰ কৰ্ত্তৃপক্ষসকলক তেখেতে অনুৰোধ জনাইছে।

কাগজত হামিদ চাহাবৰ সেই ঘটনাৰ আদ্যোপান্ত বিবৃতি পঢ়ি তাইৰ ভাগ্যলৈ আহিল ধিক্কাৰ! তাই এনেকুৱাই ভাগ্য লৈ আহিছিল নে?

সেইদিনা নিশা উৎপলা আৰু ইলাক্ষীৰ লঘোন বুলিলেই হয়। কলিতাঘৰে দিয়া দুখন শুকান ৰুটী আৰু এগিলাচ চাহ। তাকেই খাই উৎপলা আৰু ইলাক্ষী মাক-জীয়েক দুয়ো তেনেকৈয়ে ৰাতিটো পাৰি থাকিল।

খবৰৰ কাগজৰ সেই বিবৃতিতো পঢ়ি পিচদিনা তাই গোলাই গ'ল

ৰত্নেশ্বৰ মুদৈৰ দোকানখনলৈ। প্ৰায় পুৱা ৯ বজাৰপৰা ১১ বজালৈকে তাই দোকানখনৰ কাষৰতে থিয় হৈ থাকিল। দোকানৰ গ্ৰাহক অহা আহিছে, যোৱা গৈছে। তাইহে কেৱল আশাধাৰী অপেক্ষামানা। মুদৈয়ে তাইক মাল বাকীকৈ দিয়া সেইদিনাৰপৰা একেবাৰে বন্ধ কৰি দিছে। তাই অশেষ কাকুতি মিনতি কৰিও মুদৈৰ মন গলাব পৰা নাই। মুদৈ একেবাৰে দৃঢ়প্ৰতিজ্ঞ। তেওঁ আৰু তাইক মাল কেতিয়াও বাকীকৈ নিদিয়ে। মুদৈয়ে আকৌ এইবাৰ তাইক খোলা খুলিকৈ কৈ দিলে, তুমি এনেকৈ আৰু দহ ঘণ্টাপৰ থিয় হৈ থাকিলেও তোমাৰ একো নহব। আগৰে বাকী এশ বাষষ্ঠী টকা বাৰ পঁইছা। তাৰ এটা ফুটা কড়িও তুমি মোক আজিলৈকে দিয়া নাই। তুমি কেৱল মোক আজি দিম—কালি দিম বুলি কৈ কৈ কেৱল টকাৰ মাত্ৰাহে বঢ়াই গৈ আছা। কমাবলৈ এটা পইছাও হলে দিয়াহি নাই।

উৎপলাই অতি সকৰুণ সুৰে তেওঁক অনুৰোধ কৰি কৈ গ'ল আপুনি দিয়ক। আপুনি টকাৰ কাৰণে কোনো ভয় নকৰিব।

আৰে, তুমিতো সদাই সেই একে কথাকেই কৈ আছা। টকা পইছাৰ নামত ইফালে কোনো খৱৰেই নাই।

আপোনাক মই অৱশ্যে বাৰবাৰ কৈ আছোঁ যে গৃহস্থঘৰে মোক এতিয়াও ২৭ দিনৰ টিউশনৰ পইচা দিব লগীয়া হৈ আছে। তেওঁলোকে দিয়া নাই। সেইখিনিকে দিয়া হলে যি ৫০।৫৫ টকা হয় তাকেই আপোনাক বাহিৰে বাহিৰে দি গলোঁ হয়। তাকো পোৱা নাই মই।

তুমি মোক এই আজি কালিতে ৪০০ টকাৰ চাকৰি এটা গাৰ্লচ কলেজত পাম পাম বুলি ভৰষা দেখুৱাই অতবিলাক টকা বাকীকৈ নি সুমুৱাই থলা। আজি ইমান দিন হ'ল। ক'ত তোমাৰ সেই চাকৰি।

মুদৈদেও, সেইখন বোধকৰোঁ আপোনাৰ যোৱাকালিৰ নতুন

অসমীয়া। অনুগ্ৰহ কৰি তাতেই পঢ়ি চাওক। কোনোবা এজন আবদুল হামিদ চৌধুৰীয়ে লিখিছে। মোক প্ৰৱঞ্চনা কৰি এজনী অযোগ্যা অপাত্ৰী ছোৱালীক কলেজে সেই চাকৰি দিছে। মোৰ এটা দুৰ্ব্বাৰ ভৰঘাত কুঠাৰাঘাত কৰিছে দেশৰ দুৰ্নীতি পৰায়ণ লোক-সকলে। কি কৰিম মুদৈদেও! নিৰাশ্ৰয়া অসহায়াৰ প্ৰতি একাষাৰ মাত মাতোতা দেশত কোনো নাই। মোৰেই দুৰ্ভাগ্য।

অৱশ্যে তুমি যিবোৰ কৈ গৈছা সেইবোৰ আমাৰ কাৰবাৰী লাইনৰ কথা নহয়। তুমি মোক বৰ বিৰক্তি দিছা। তোমালোকৰ পিচু খেদি ফুৰাই কি আমাৰ কৰ্ত্তব্য হ'ল নেকি? তুমি পলাই পলাই ফুৰা। কেইদিন যাওঁ তোমাৰ ছোৱালীজনীয়ে মাত্ৰ কয়, মা নাই—ওলাই গৈছে। তোমাৰ বোলে বৰ্ত্তমান চাকৰি-বাকৰিও নাই। পিচে তুমি যোৱা ক'লৈ?

মুদৈদেও, চাকৰি-বাকৰি নাই বুলিয়েইতো চাকৰি-বাকৰি বিচাৰি যাওঁ। হয়তো ক'ৰবাত কেনেবাকৈ ভগৱানে মিলাই দিবও পাৰে। অৱশ্যে ঘৰত মোক আপুনি বিচাৰি নোপোৱাতো একো বিচিত্ৰ কথা নহয়।

এঃ নহয়,—নহয়,—! তুমি মোক বৰ দিগদাৰ দিছা। পিছে আজি ১০ তাৰিখ হয় নে নহয়। টকা আজি ১০ তাৰিখে দিওঁ বুলি কৈছিলা নে নাই? তুমি আজি টকা দিয়াৰ কথা দি টকা পইছাটো নায়েই—আকৌ মালহে বাকীকৈ নিবলৈ আহিছা দেখোন।

মুদৈ ডাঙৰীয়া, আপুনি মাত্ৰ মোৰ ছোৱালীজনীক বচাওক। এপোৱা হলেও চাউল দিয়ক। মই নেখাওঁ, তাইকে মই ৰান্ধি দিওঁগৈ। ৰাতিৰপৰা লঘোন। অসুখীয়া ছোৱালী। আপুনি তাইৰ বধ নলব। দিয়ক মুদৈদেও! মোৰ ছোৱালীজনীৰ অৱস্থা দিনকে দিনে বেয়া হৈ আহিব ধৰিছে। আপুনি অলপ দয়া কৰক।

নহয়, ৰবা, ৰবাছোন। আজিৰ তাৰিখৰ তোমাৰ টকা দিয়াৰ যদি

কোনো উপায় অথবা সম্বলেই নাছিল—তেন্তে তুমি কোন সাহসত মোক আজিৰ তাৰিখে টকা দিওঁ বুলি কৈছিলা। কোঁৱাছোন ?

উৎপলাই ভৰিৰ বুঢ়া আঙুলীটোৰে মাটীখন অযথা ঘঁহি ঘঁহি চাদৰৰ আঁচলটো কামুৰি সলজ্জভাবে তলমূৰ কৰি ৰল।

চাইকেলখন খুটীটোত আঁউজাই থৈ পদ্ম কলিতা নামি আহিল মুদৈৰ দেকানলৈ। তেওঁ নিজৰ কোনো এক ঘৰুৱা বিশেষ কামত টিটাবৰলৈ ওলাই আহিছে চাইকেলখন লৈ। তেওঁৰ একপেকেট চিগাৰেট দৰ্কাৰ।

ৰত্নেশ্বৰ মুদৈয়ে উৎপলাক কৈ যাব ধৰিলে। তুমি হ'লা অঘৰী মানুহ। ইয়াত আজি এই আছা—এই নাই। কোনোতো পাট্টা নাই। এনেকৈ এনেকৈ বহুলোকে বহুটকা মোৰ মাৰি লৈ গৈছে। মই বাকী খোৱা মানুহক কোনোমতেই বিশ্বাস কৰিব নোৱাৰোঁ।

মুদৈৰ তেনে ককৰ্থনা ব্যৱহাৰ দেখি আৰু সেই সময়ৰ উৎপলাৰ অসহায় অৱস্থালৈ চাই পদ্ম কলিতা বিমৰ্ষ হৈ গ'ল। হেৰা মুদৈ, তোমাকনো এই গৰাকী তিৰোতাই টকা নিদিব বুলিয়েই ভাবি আছানে ? ময়েতো তেওঁক প্ৰায় দুমাহৰেই ঘৰভাড়া পাওঁ। পিচে, সেই বুলি আমি তোমাৰ দৰে এনেকৈ জুমুৰি দি ধৰা নাই দিয়াহে।

আপুনি প্ৰফেছাৰ মানুহ। ধনীলোক। আপুনি দুমাহৰ কিয় দুবছৰৰ ভাড়াও এনেয়ে এৰি দিব পাৰে। আমাৰ হ'ল কাৰবাৰৰ ধন। আমি নগদ টকা দি কিনি অনা মাল। ইমানদিন এনেকৈ টকা বাকী পেলাই থব পাৰি নে ? তাকো দুটকা এটকাও নহয় এশ বাষট্টি টকা।

হলেও তুমি—

নহয় আপুনি নকব। এইয়া চাওক। আমাৰ মহাজন সকলে বাকী টকাৰ কাৰণে এইয়া কেনেদৰে ৰেজেষ্ট্ৰী নোটীশ পৰ্য্যন্ত দিছে। ৰত্নেশ্বৰে তেওঁৰ জেপৰ ভিতৰৰপৰা ৰেজেষ্ট্ৰী নোটীশৰ খামটো

উলিয়াই পদ্ম কলিতাৰ সম্মুখত দেখুৱালে। টকাৰ কাৰণে আমাৰ মহাজন সকলৰপৰা আমিযে কিমান তাগিদা পাইছোঁ। আপুনি কি বুজিব। আমিহে বুজিছোঁ।

নহয় মুদৈ, তুমি আৰু কেটামানদিন বাট চোৱাঁছোন বাৰু।

ৰ'ব—ৰ'ব। মই আৰু আপোনাকেই সুধিছোঁ দিয়কছোন। তেওঁৰতো কোনো কাজ-কাম অথবা চাকৰি-বাকৰিও নাই। বাট চালেঁাৱেইবা তেওঁনো অতবোৰ ধাৰ মাৰিব ক'ৰপৰা। তেওঁ ৩০০ টকাৰ চাকৰিহে পাম, ৪০০ টকাৰ চাকৰি এটাহে পাম—এনেকৈ কৈ কৈ ফাঁকি দি দি মোক ইমানখিনিলৈ নিলেগৈ বুজিছে নে?

হেৰা মুদৈ, দাঁতত ভাত এটা লাগিলেও তেওঁৰ কথা মই জানো। মোৰ ভাড়াঘৰতে থকা তিৰোতাতো। মই আৰু নেজানিম নে? অৱশ্যে তেওঁ ৪০০ টকাৰ এটা চাকৰি পোৱাৰ নিৰ্ঘাত ভৰষা আছিল। আমাৰ মোহনপুৰৰ সুনীতিদেৱী গাৰ্লচ্ কলেজৰ অসমীয়া লেকছাৰাৰৰ পোষ্টটোতো তেৱেঁই পাবলগীয়া আছিল। পিচে আজিকালি নেজানানে দেশৰ কথা কাণ্ডকাৰখানাবোৰ? এই বেচেৰী নিৰাশ্ৰয়া মহিলা গৰাকী উপযুক্তসত্বেও এগৰাকী অনুপযুক্তা ধনী মানুহৰ ছোৱালীকহে প্ৰিন্সিপেলজনে চাকৰিটো দি পেলালে। মই জানো মুদৈ। এই চাকৰিটোৰ ভৰষাতে তাই তোমাক আশা দি দি ধাৰ-নিৰ কৰি ফুৰিছে। চাকৰিটো নোপোৱাৰ কাৰণেই তাইৰ মূৰত বজ্ৰপাত পৰিছেহি। আৰু তোমালোকৰো বিশ্বাসৰপৰা বহুদূৰত গৈ পৰিব লগীয়া হৈছেগৈ।

এঃ কলিতা বাবু! আপুনি কি যে কথাবোৰ কৈছে আৰু।

হক দিয়াহে, আমাৰে দেশৰ এগৰাকী শিক্ষিতা তিৰোতা। হয়তো কালক্ৰমে কোনো দুৰ্ভাগ্যই দেখা দিছে। তেওঁৰ কপাল ভাঙিছে। নহলে নো টকাৰ কাৰণে আত্মমৰ্যাদা নষ্ট কৰি এগৰাকী এম, এ পাছ কৰা শিক্ষিতা তিৰোতাই এজন মহাজনৰ নায্য পাওনি

টকাৰ কাৰণে এনেকুৱা কথাৰ আঘাত সহ্য কৰি থাকে নে? তুমি অলপ তেওঁক মৰমৰ চকুৰে চোৱা মুদৈ। ভগৱানে ধনীক ধন দিয়ে অকল ধনীৰ বিলাস-বিভৱ উপভোগ্যৰ কাৰণেই নহয় জানা। জগতত জীৱন লৈ দুখী-দৰিদ্ৰও আছে। তেওঁলোকৰ আৱশ্যকৰ ধনো ভগৱানে সেই ধনীৰ হাততেই দি থয়।

আপোনাৰ কথাত মই নোৱাৰিম কলিতাবাবু। মোক টকা লাগিবই।

পদ্ম কলিতাৰ স'তে তৰ্ক-বিতৰ্কবোৰত ৰত্নেশ্বৰ মুদৈ কিছু অসন্তুষ্ট হৈ উঠিল। তেওঁ উৎপলালৈ চাই কবলৈ ধৰিলোঁ—দিয়া, তুমি আজি মোক টকা দিহে যাব পাৰিবা। শিক্ষিতা হলে নো কি হব? তোমাৰ নিচিনা অঘৰী মানুহে ৰাতিতে যাওঁ বুলি এফালে পলাই গুচি গ'লে মোৰ টকা আৰু টকা হৈ থাকিব নে? সকলোবোৰ পানী হৈ যাব। দিয়া তুমি মোক টকা দিয়া।

উৎপলাই লাজ অপমানেৰে তলমূৰ কৰি নিৰুত্তৰ হৈ ৰল।

ৰত্নেশ্বৰ বেজাৰ হৈ উঠিল। দিয়ক আৰু।

অতি শোক-বিহ্বল সুৰে উৎপলাই লাহে লাহে কৈ গ'ল। মুদৈ ডাঙৰীয়া, মোৰ হাতত যে এটা পইছাও নাই। বিস্তাৰ পইছাৰ অভাৱত মোৰ অকুৰা ছোৱালীজনীক আনকি আচপতাললৈও নিব পৰা নাই।

তুমি ইমান ভণ্ডামি নেদেখুৱাবা হোঁ। টকা দিব নোৱাৰা যদি বাকী খাইছিলা কিয়?

দিব পাৰোঁ বুলিয়েই খাইছিলোঁ। টকা নিদি পলাই গুচি যাওঁ বুলিয়েই যদি আপুনি ভাবিছিল—আপুনি বা বাকী দিছিল কিয়?

ৰত্নেশ্বৰে কৰ্কশ মাতেৰে দাবি মাৰি উঠিল। চুপ্! মনে মনে থাকা! ধাৰ খাই ধকৰা মানুহবহে এতিয়া বৰ বৰ কথা! দিয়া বুলিছো—ভালে ভালে দিয়া—টকা দিয়া!

মুদৈৰ এগৰাকী তিৰোতাৰ প্ৰতি তেনে অভদ্ৰতা আৰু অশ্লীলতা দেখি পদ্ম কলিতাৰ প্ৰাণত সহ্য নহ'ল। মুদৈ, তুমি সঁচাকৈয়ে নেমানা? আপদত পৰি অভাৱগ্ৰস্ত হোৱা এগৰাকী শিক্ষিতা মহিলাৰ আত্ম মৰ্য্যাদাতকৈ তোমাৰ ধনৰ আৱশ্যককে তুমি বেচিকৈ বুজিছা। পদ্ম কলিতা ৰোষাম্বিত হৈ চিঞৰি উঠিল। বাৰু, বাৰু—লোৱা তোমাৰ কিমান টকা। মোৰপৰাই মই দি দিছোঁ এইয়া সকলোখিনি তোমাক। লোৱা এইয়া। পদ্ম কলিতাই তেওঁৰ নিজৰ জেপৰপৰা ৫০০ টকীয়া বাণ্ডিল এটা মুদৈলৈ হাত বঢ়াই আগুৱাই দিলে। তুমি মহিলা গৰাকীক এতিয়াই ঋণমুক্ত কৰা।

মুদৈয়ে নোটৰ বাণ্ডিলটো গ্ৰহণ নকৰি পদ্ম কলিতাৰ মুখৰ কালে তেওঁ অপলকনেত্ৰে চাই ৰ'ল।

কলিতাই বাণ্ডিলটো সম্বৰণ কৰি আকৌ নিজ পকেটত আনি তেওঁ সুমাই থলেহি। কি চাইছা! কিয়েন বুজিছাহে তুমি

উৎপলা হতবিস্ম হ'ল।

—ইতিমধ্যে সেই অঞ্চলৰ পোষ্টেল-পিয়ন আফচ-পৰিচ্ছদ পিন্ধি মাধৱডেকাই কিছুমান চিঠি-পত্ৰ আৰু এটা ডাওৰ চামৰাৰ বেগ কান্ধৰ তলত লৈ আহি মুদৈৰ দোকানৰ সন্মুখত থিয় হলহি। অ', মুদৈদেও, আছে নে?

নেথাকিনো ক'লৈ গৈছোঁহে। আহাঁ—আহাঁ—চিঠিপত্ৰ কিবা পিচে—আছে নেকি?

আপোনাৰ নাই ৰ'ব। মই এই—কালিৰে পৰাই এখন মণি-অৰ্ডাৰ লৈ বৰ জুলুমত পৰিছোঁহে। ভালকৈ ঠাই-ঠিকানাবোৰো নেলেখে। মহা মস্কিল আৰু। পোষ্ট অফিচ—মোহনপুৰ। সাকিন মোহনপুৰ—বুলিলেনো এতিয়া মই ক'ত বিচাৰি ফুৰিম গৈ হে। আপুনি জানেনে কি?

কোননো সেইজন? কাৰ নামত টকা আহিছে ডেকা?

উৎপলা দত্ত, এম. এ.।

তাত অনুতাপ-অপমানদগ্ধ উৎপলাৰ বুকুখন কঁপি উঠিল। তাই আকস্মিক বিস্ময়াভিভূত হৈ পৰিল। আপুনি যাক বিচাৰিছে—সেই উৎপলা দত্ত, এম. এ. মযেই বুজিছে।

আপোনাৰ নামত মণিঅৰ্ডাৰ আছে।

উৎপলাই কপাল কুঞ্চিত কৰি সবিস্ময়ে কৈ উঠিল। মণিঅৰ্ডাৰ!

হয়। এইয়া তিনিশ টকাৰ এখন মনিঅৰ্ডাৰ। আপোনাৰ সঠিক এড্ৰেচ্‌টো নেপাই এইখন মই কালিৰপৰাই ঘূৰাই লৈ ফুৰিছোঁ-বুজিছে।

নহয় ডাঙৰীয়া। এই মনিঅৰ্ডাৰতো মোৰ নহয়। এইবোৰ টকা মোৰ নহয় ডাঙৰীয়া। জগতত মোৰ এজনী ছোৱালীৰ বাহিৰতো আৰু কেও কোনো নাই। কোনে মোলৈ টকা পঠিয়াব? মোলৈ মনিঅৰ্ডাৰ পঠিওৱা লোকতো জগতত কোনো নাই।

টকা পঠিওৱাজনৰ নামটো আপুনি ভালকৈ চাওকছোন বাৰু। কিজানি আপোনাৰে ভুল হৈছে। মাধৱ ডেকাই মনিঅৰ্ডাৰ ফৰমখন উৎপলালৈ আগবঢ়াই দিলে।

ৰত্নেশ্বৰ মুদৈ আৰু পদ্ম কলিতাই কি কথা কি বতৰা একো বুজিব নোৱাৰি অবাকদৃষ্টিৰে দুয়োজনে মুখলৈ চোৱাচুই কৰিবলৈ ধৰিলে। তেওঁলোক দুজনে পিয়নজনক বিশেষ একো সুধিলে আৰু মুদৈ দোকানৰ গ্ৰাহকত ব্যস্ত থাকিল।

ভুল! মোৰ ভুল! তাই উপেক্ষা কৰি মনিঅৰ্ডাৰখনলৈ কোনো দৃষ্টিপাত নকৰিলে। ভুল মোৰ কেতিয়াও হোৱা নাই। হয়তো ভুল কৰিছে এইয়া মোলৈ কোনোৱাই পঠিয়াইছে। আপুনি লৈ য'ক ডাঙৰীয়া। পঠোৱাজনলৈ টকাখিনি ঘুৰাই দিয়ক গৈ। মোৰ টকা হোৱা হ'লে মই গ্ৰহণ কৰি এতিয়াই এই দোকানৰ ঋণমুক্ত হলোহেঁতেন। পৰৰ ধন মিছা মাতি মই কেতিয়াও গ্ৰহণ নকৰোঁ।

আপুনি তেন্তে নেৰাখে?

মোৰ নহয়। মই ৰাখিম কেনেকৈ কওকচোন। পঠিওৱাজনে যি উৎপলা দত্ত নামত মনিঅৰ্ডাৰ পঠাইছে, মোৰ নাম হলেও, মই সেই উৎপলা দত্ত নহয়। পঠিওৱাজনৰ নাম মই চাইছোঁ।

তেন্তে নেৰাখে আপুনি ?

উৎপলা দত্তই নেৰাখা কথাকে লাহে লাহে সঙ্কেটৰে বুজাই ডিঙি লৰালে। পদ্ম কলিতাই কিন্তু মনিঅৰ্ডাৰখনৰ কথা সম্পূৰ্ণ বুজি পাইয়ো মনে মনে একো নেমাতি সঙ্গোপনে থাকি গ'ল !

তেন্তে আহিছোঁ বাৰু। মাধৱ ডেকা বিদায় হৈ গ'ল তাৰপৰা। টকা ক'ৰপৰা আহিছে—পিয়নজনকো কোনেও তাত বিশেষ প্ৰশ্ন নকৰিলে।

বিশেষকৈ ৰত্নেশ্বৰ মুদৈয়ে কাণ্ড-কাৰখানা একো বুজি নেপালে। তেওঁ হতবিস্ব হৈ গ'ল। তেওঁ ঘটনাচক্ৰৰ ভিতৰত উৎপলাৰ সম্বন্ধে অসৎ পন্থাটোকে ভাবি ল'লে। তুমি এইয়া কৰিলা কি ? তোমাক আৰু মই চিনিবলৈ বাকী নাই। এই তিনিশ টকাৰ মনিঅৰ্ডাৰ ! তুমি হাতত পোৱা ধন ফিৰাই দিছা। আৰু সহ্য কৰিছা মহাজন-সকলৰ তাগিদা আৰু গালাগালি তীব্ৰ ভৎৰ্সনা। এইয়া তোমাৰ এটা চালাকি ভিন্ন অন্য আৰু একো নহয়। ইয়াতেই ধৰা পৰিছা তুমি। মোক টকা দিবৰ মন নাই তোমাৰ। মোৰ টকা আত্মসাৎ কৰিবৰ অভিপ্ৰায়েই তুমি নানাৰূপ কথাৰ অছিলা দেখুৱাই পোৱা ধনো ফিৰৎ দিছা। তোমাৰ অসৎ মতলব মোৰ আজি বুজিবলৈ বাকী নাই। ফিৰৎ দিছা টকা ভাল কৰিছা। ভালে ভালে তুমি মোৰ টকাখিনি দি যোৱা এতিয়া।

উৎপলাই এটা বেদনা-বিজড়িত কণ্ঠে কবলৈ ধৰিলে। মুদৈ ডাঙৰীয়া, আপুনি সুবুজিব। আঁচলখনেৰে তাই চকুপানী মচিলে। অতীত জীৱনৰ সংঘাতময় ইতিহাস আপুনি বিশ্বাস কৰিব জানো ? আপুনি বাহ্যিক চকুত দেখিছে এজন পিয়ন আৰু তেওঁ মোলৈ অনা

টকা তিনিশ। আপুনি কিন্তু দেখা নাই তাৰ অভ্যন্তৰৰ একুৰা জ্বলাজুই। সেইয়া টকা নহয় মুদৈ! মোৰ মনত সেইয়া মোলৈ কোনোবা এজনে দি পঠিওৱা এখিনি বিষ মিহলি অমৃত।

তাইৰ কাৰণ বহুল কথাত ৰত্নেশ্বৰ উদ্বিগ্ন হৈ পৰিল। উঃ! মই তোমাৰ এনেকৈ বাৰেকুৰি বুৰঞ্জী শুনিবলৈ বহি থকা নাই। টকা দিয়া নে নিদিয়া শেষ কথা কৈ দিয়া!

কিছু পৰৰ পিছত।

ৰত্নেশ্বৰৰ এগৰাকী অসহায় শিক্ষিতা মহিলাৰ প্ৰতি তেনে বাৰবাৰ অসৎ আচৰণ দেখি পদ্ম কলিতা এইবাৰো অত্যন্ত ৰোষাক্ৰান্ত হৈ পৰিল। নিদিয়ে। তেওঁ তোমাক টকা নিদিয়ে। বাৰু চাওঁ— তুমি তেওঁক কি কৰিব খুজিছা কৰাছোন চাওঁ।

পদ্ম কলিতাই উৎপলাৰ হৈ তেনেকৈ ৰত্নেশ্বৰৰ মুখামুখী এখন সংগ্ৰামৰ সম্মুখীন হোৱা যেন দেখি তাই এক মহা বিভ্ৰাট দেখিলে। তাই মুদৈকে লাহেকৈ ক'লে। লওক—মুদৈ ডাঙৰীয়া, এইয়া আপোনাৰ টকা আপুনি লওক। আপোনাৰ মহাজনী দায়ীত্বৰপৰা ঋণমুক্ত হোৱাৰ ব্যৱস্থা ভগৱানে মোক মোৰ হাততেই দি থৈছে। এইয়া লওক। তাই সোঁহাতেৰে বাওঁহাতৰ তিনিভৰি ওজনৰ সোণৰ বালাপাত খুলি মুদৈক দি দিলে।

ৰত্নেশ্বৰ মুদৈয়ে আনন্দত অধীৰ হৈ সকলো পাহৰি গ'ল। হব হব। কিয় নহব? যথেষ্ট হব। তুমি এতিয়া মোৰ ঋণৰ বাবদ কোনো চিন্তাই আৰু নকৰিবা। হেঃ-হেঃ-হেঃ—এইখনিকেই তুমি ইমান পৰে কৰিলেই সকলো শেষ হৈ যায় নহয়। হেঃ-হেঃ-হেঃ—। তেওঁ বালাপাত বাৰ বাৰ ঘুৰাই পকাই ভালকৈ নিৰীক্ষণ কৰি জেপত ভৰাই থলে।

ইমান পৰে দোকানৰ অন্যান্য গ্ৰাহকসকলে উৎপলাৰ ঘটনাটোকে চাই বৈ আছিল।

উৎপলাই তাইৰ হৈ ইমান সময় ৰত্নেশ্বৰৰ স'তে বাক্‌বিতণ্ডা কৰা পদ্ম কলিতাৰ মুখলৈ চালে। খুড়াদেউ, কলৈ গলাই আহিছে, য'কগৈ য'ক আপুনি।

ৰত্নেশ্বৰৰ পৰা চিগাৰেট পেকেট লৈ পদ্ম কলিতা গুচি আহিল তেওঁৰ চাইকেলখনেৰে। চাইকেলত উঠি অহা অৱস্থাত পদ্ম কলিতাই ভাবি আহিল। তিনি ভৰি সোণৰ বালা; নহলেও অনুমান মূল্য ৬০০ টকা। ৰত্নেশ্বৰৰ ১৬২ টকা পৰিশোধ কৰি দি বালাপাত তেৱেঁই ৰাখিব পাৰিলেহেঁতেন। তেওঁ ভাবি চালে—তেওঁৰ পক্ষে অৱশ্যে বেয়া দেখুৱাই। গতিকে সেই অৱস্থাত তেওঁ আৰু বিশেষ মাতিব নোৱাৰিলে। ১৬২ টকাতে ৰত্নেশ্বৰে নিছে যদিও, ইয়াৰ ভিতৰত তেওঁ নিজে সোমোৱা কথাটো অৱশ্যে ঠিক নহব।

ৰত্নেশ্বৰ মুদৈয়ে সিদিনাৰ কাৰণে তেওঁৰ পাওনি ১৬১ টকা ১২ পইছাৰ লগতে উৎপালক আৰু সাত টকা অষ্টাশী পইছাৰ চাউল পাত দি তেওঁৰ মোট পাওনা উৎপলাৰ গাত ১৭০ টকা কৰি বালপাত ৰাখি দোকানৰপৰা তাইক বিদায় দিলে।

বস্তু-বাহানিখিনি বেগত ভৰাই লৈ বাটত আহি থাকোঁতে তাইৰ মনটোত উদয় হৈছিল—পিয়নজনে লৈ অহা টকা তিনি শৰ কথা। উৎপলা দত্তৰ একুৰা পৰ্ব্বতৰ প্ৰচণ্ড দাবানল তেখেতে এচলু পানীৰ ছিতাৰে ছতিয়াই নুমাবলৈ চেষ্টা কৰিছে। দুৰাশা! তেখেতে এবাৰ শেষবাৰ ভালকৈ বুজক যে তেখেতৰ ধন-দৌলত দেখি উৎপলা তেখেতৰ স'তে বিয়া সোমোৱা নাছিল। নিশ্চয় হয়তো দয়াবাবেই কোনোবাদিনা বোধকৰোঁ এই অঞ্চললৈ মোৰেই অনুসন্ধানত আহিছিল। নতুবা এই অজানা অঞ্চলৰ ঠাই-ঠিকনাত তাইলৈ মনি-অৰ্ডাৰ আহিল কেনেকৈ? বাটত গৈ থাকোঁতে এবাৰ শিলত উজতি খালে তাই। তাই ভাবিলে কোনোবাই ক'ৰবাত তাইৰ কথা কিবা হয়তো চৰ্চ্চি আছে। ভাবনাৰ শেষ নাই তাইৰ। লাহৰীচাং

বাগানৰ টকা ! এখন ক্ষুদ্ৰকুৰা হৈ যোৱা ভগা প্ৰকাণ্ড পৃথিৱীক তেখেতে সামান্য এচামুচ ৰূপৰ পানীৰে যোৰা দিবলৈ বিচাৰিছে। উৎপলাই ধনৰ লোভত লাহৰীচাং বাগানলৈ গৈছিল, সেই ভুল এতিয়াও তেখেতৰ সংশোধন হোৱা নাই। কিন্তু এইবাৰ হব !

হাঁয় হাঁয় ! দেশৰ দুৰন্ত দুৰ্নীতিপৰায়ণ ভবানন্দ বৰুৱা ! জগতৰ দৰিদ্ৰ শোষণকাৰী ঘনশ্যাম ভট্টচাৰ্য্য ! অসহায় অবলাৰ অশ্ৰু-অভিশাপে কোনদিনা যে তোমালোকক জীৱন্ত-যাতনা দি ধ্বংসৰ পথলৈ লৈ যায় তাৰবাবে ভগৱান অন্ধ হৈ থকা নাই।

---

## ● অষ্টমী

যশোৱাবা-পত্নী জানকীৰ মুখে উৎপলাৰ খবৰ শুনিবৰেপৰা সৌমীন দত্ত অৰ্দ্ধ-পাগলৰ নিচিনা হৈ পৰিল। তাৰ অন্তৰত নতুনকৈ জ্বলি উঠিল পত্নীদাহৰ জ্বালামুখী। তেতিয়াৰ পৰা সৌমীন দত্তৰ মদ আৰু বেচি হ'ল। মদ! কেৱল মদ! কেৱল মদ!

এতিয়া সি অপেক্ষা কৰি আছে—তাৰ এটা আজ্ঞাবাহী দূতৰ বাৰ্ত্তা শুনিবলৈ। অৰ্থাৎ সি বাট চাই আছে সি পঠিওৱা তিনি শ টকাৰ মনিঅৰ্ডাৰখনৰ একনলেজ্‌মেণ্ট্‌খনলৈ। তাৰ প্ৰশ্নৰ প্ৰত্যুত্তৰ দিব সেইখনেই। তাতেই সি শুনিব উৎপলাৰ শেষ উত্তৰ। এটা পৰ্ব্বত প্ৰমাণ আকাঙ্ক্ষা!

ইফালে এফালে চামেলিয়া-বিৰহী ম্যেনেজাৰ চন্দ্ৰ চৌধুৰী। চামেলিয়াৰ বিৰহত সৌমীন দত্তৰ বিৰুদ্ধে জ্বলি উঠা বিদ্ৰোহ-জুই চন্দ্ৰ চৌধুৰীৰ অন্তৰৰপৰা মুমুমাল। কথা মানেই বতাহ। সৌমীন দত্তৰ বিৰুদ্ধে ৺দুখী যশোৱাবাৰ স'তে বনুৱা-বিদ্ৰোহৰ গুৰি ধৰিছিল একমাত্ৰ চন্দ্ৰ চৌধুৰীয়ে। সৌমীনৰ লাহৰীচাং বাগানৰ ধ্বংসলীলা চাবৰ কাৰণে। সৌমীন দত্তই চন্দ্ৰ চৌধুৰীয়ে চামেলিৰ প্ৰণয়াকাঙ্ক্ষা কৰা, আৰু বাগানৰ বিদ্ৰোহ-জুইত ইন্ধন যোগোৱাৰ কথা সি

এতিয়াও নজনাকৈ আছে নে? উৎপলা-বিদায়ৰ পিছতেই বাগানৰ আনকি অফিচ-কৰ্ম্মচাৰী সকলেও চন্দ্ৰ চৌধুৰীৰ আসৈত স্বেচ্ছাচাৰিতা গ্ৰহণ কৰিব ধৰিছে। বুজি আহিছে সকলো কথা সৌমীনে। লাটু-চাতু কৈ সৌমীন দত্তই আৰু মাত্ৰ দুদিন অপেক্ষা কৰিছে চন্দ্ৰ চৌধুৰীক। ছাই-ঢকা জ্বলন্ত এঙ্গাৰৰ দৰে চন্দ্ৰ চৌধুৰীৰ আঁৰত লুকাই থাকিল সৌমীন দত্ত। সেই জ্বলন্ত এঙ্গাৰ নিশ্চয় এদিন ৰক্ত-ক্ৰোধী হৈ দেখা দিবই দিব।

সেইদিন অমাৱস্যা। মঙ্গলবাৰ। দীপান্বিতা।

কিছু দিনৰপৰাই সৌমীন দত্তই চন্দ্ৰ চৌধুৰীক কলঘৰৰ অফিচ ৰুমৰপৰা আনি তাৰ নিজৰ বাংলাতে বাগানৰ হিচাব-পত্ৰবোৰ কৰিবলৈ দিছেহি। চন্দ্ৰ চৌধুৰী তালৈ অহাৰ দিনৰেপৰাই সৌমীন দত্তৰ বাংলাৰ তল মহলাটো একপ্ৰকাৰ অফিচঘৰ হোৱাৰ নিচিনাই হৈ উঠিল।

চন্দ্ৰ চৌধুৰী কোঁঠালিটোৰ ঠিক মাজৰ টেবুলখনতে কৰ্ম্মব্যস্ত। তেওঁৰ চাৰিওফালে তহল দি ঘুৰি ফুৰিছে সৌমীন দত্ত। অন্য কিছু নাই। কেৱল মদ। কোঁঠাটোত সৌমীনৰ আৱশ্যকীয় বস্তু-বাহানিৰ যোগাৰ দি থাকোঁতা মাথোঁ দয়াৰাম।

শুদা গিলাচটোকে হাতত লৈ লৈ সৌমীনে কিবা-কিবি গান ভুনভুনাই গাবলৈ ধৰিলে। দয়া!

দয়াৰামে ঘপৰাই উত্তৰ দিলে, সৰু দেউতা!

আৰু এগিলাচ! কিমান আছে?

দেউতা, আধা—গৈছে বুলিলেই ধৰিব।

দিয়া।

দয়াৰামে সৌমীনৰ হাতৰপৰা আনি গিলাচটো লৈ গ'ল। হোৱাইট্ লেবেল বটলটোৰপৰা আৱশ্যকীয় পানী মিহলাই সি সৌমীনক পুনৰাকৈ আৰু এগিলাচ দি দিলে।

গিলাচটোৰ মদখিনি অলপ অলপকৈ সৌমীনে খাবলৈ ধৰিলে। সি সচৰাচৰ গোৱা গানৰ অন্তৰাটোকে মাতলামি কৰি গাই থাকিল। লগতে জেপৰ চিগাৰেট যে কিমান অন্ত হৈ গ'ল শোনে গুনৈ।

ইলাক্ষী পাঁচবছৰ বয়সতে তাইক কাষতে থিয় কৰাই ৰাখি উৎপলায়ো তাইক হাত ধৰি থিয় হৈ উঠা ডাঙৰ ফটোখনৰ তললৈ সৌমীন একোবাৰ আহে আৰু কিবা এটা গান গায়। গানটো অন্য একো নাছিল। বেৰত ডাঙৰ ডাঙৰ কৈ এখন খালি কাগজত বঙালী ভাষাত লিখা একাষাৰ নীতিবচন মাত্ৰ। "সংসাৰ সুখেৰ হয় ৰমণীৰ গুণে।" সি তাৰ নিজস্ব সুৰেৰে গোৱা গান ফাকি আছিল মাত্ৰ এইখিনিয়েই। সি মদৰ গিলাচটো হাতত লৈ লাহে লাহে চন্দ্ৰ চৌধুৰীৰ টেবুলৰ ওচৰ চাপিলহি। চৌধুৰী।

চন্দ্ৰ চৌধুৰীয়ে ক'লে—কওক কি কৈছে!

চৌধুৰী, বাগানৰ চাহপাতৰ পেটী বাকীকৈ নিয়া খৰিদ্দাৰ সকলৰ ভিতৰত আকৌ যি কেইখন ৰেজিষ্টাৰ্ড নোটিশ দিয়া হৈছে তাৰ ভিতৰত আজিলৈকে কোনোবাই কিবা টকা-পইছা পৰিশোধ কৰিছেহি নে?

টকা? হেঃ—! টকাৰ কথাটো দূৰৰ কথা, আনকি কোনো এজন মহাজনৰ আজিলৈকে পাট্টা নোপোৱা হৈছে।

ঠিক্ আছে। এবাৰ ভবানন্দ বৰুৱাই বাগান তোভাং তুলি গুচি গৈছে, এইবাৰ লাগিছে আকৌ মহাজনসকল। বেছ কথা। মই সেইবিলাকৰ ওপৰত কাইলৈকে ৪২০ ধাৰাৰ চিতিং কেছ্ আৰম্ভ কৰিম। এই বেপাৰীবিলাকে এইবাৰ বাগানৰ বাকী অস্তিত্বখিনিও শেষ কৰিবলৈ বিচাৰিছে। বাৰু! সি ইফালে-সিফালে আকৌ পদচালনা কৰি ফুৰিলে! দয়া!

সৰু দেউতা।

বন্দুক চাফা কৰিছিলা।

কৰিছোঁ—সৰু দেউতা।

লৈ আঁহা গৈ। অ', ৰবা। আৰু এটা কথা কৰিবা। এতিয়া কেইটা বাজিছে? তাৰ হাতৰ ঘড়ীটোৰ কথা পাহৰি সি বেৰত টক্-টক্-টক্-টক্ কৰি থকা ডাঙৰ ঘড়ীটোলৈ চাই পঠিয়ালে। প্ৰায় ১১টা। ড্ৰাইভাৰক কৈ থবা গধূলি গাড়ী বাহিৰ কৰি লৈ আহিব। লাল বাহাদুৰ আছে নহয়?

আছে দেউতা আছে। গাড়ী আছে যেতিয়া সিও আছে। নেথাকিনো যাব ক'লৈ।

ক'বাগৈ।

নিশ্চয়—নিশ্চয়। কব লাগেনে আৰু! দয়াৰাম প্ৰস্থান কৰিলে।

চন্দ্ৰ চৌধুৰীয়ে মাত লগালে। বন্দুক লৈ গধূলি গাড়ীত ক'লৈ যাব খুজিছে দত্ত!

চিকাৰলৈ চৌধুৰী। যাব নেকি?

চন্দ্ৰ চৌধুৰীয়ে একো নেমাতিলে।

ইতিমধ্যে সৌমীনে গিলাচৰ বাকীখিনি মদ একে ঢোকতে শেষ কৰি থলে। বন্দুক লৈ দয়াৰাম পুনঃ সোমাই আহিল। দয়াৰামৰ হাতত শূন্য গিলাচটো দি সৌমীনে বন্দুকটো হাতত ল'লে। সি তাক পুঙ্খানুপুঙ্খভাৱে বাহিৰ ভিতৰ চাবলৈ ধৰিলে। ঠিক্ আছে।

হেন সময়তে চন্দ্ৰ চৌধুৰীয়ে ডিঙি ঘুৰাই সৌমীন দত্তলৈ চালে। আজি ৰাতি অমাবস্যা। দীপান্বিতা। বৰ অমঙ্গল দিন। আৰু আজিৰ যাত্ৰাও লোকে লোকে মৃত্যুতুল্য বুলিয়েই কয়। আজি বাদ দিয়ক দত্ত।

অৱশ্যে আজি দীপান্বিতা। মোৰ গৃহত বন্তী অলাওঁতা গৃহলক্ষ্মী নাই বুলিয়েই ঘৰ এৰি যাবলৈ ওলাইছোঁ চৌধুৰী। মই যে এই ঘৰত আজি কোনোমতেই থাকিব নোৱাৰিম চৌধুৰী। মই কি

কৰোঁ। জগতৰ ধনী-দুখী-দৰিদ্ৰ সকলোৰে ঘৰে-ঘৰে গৃহলক্ষ্মীসকলে দুৱাৰে দুৱাৰে মঙ্গল-দীপ জ্বালি দিব। উৎপলাৰ ফটোখনলৈ মুখ ঘূৰাই চাই ক'লে, আৰু মোৰ সেই বন্তী আজি জ্বালি দিব/ কোনে? দয়াৰামে? মোৰ ঘৰ এনেয়ে এন্ধাৰ; আজি আৰু এন্ধাৰ হৈ থ'ক। সমস্ত জগতৰ বন্তীৰ পোহৰবোৰে মোৰ এন্ধাৰ ঘৰখনক তাচ্ছিল্য কৰিব; আৰু মই তাৰ এন্ধাৰত লুকাই থাকিম এটা কাপুৰুষৰ দৰে? নহয়—নহয় চৌধুৰী মই নিশ্চয় যাম। বেৰৰ নীতিবচনখিনিলৈ চাই সি পঢ়ি চায় "সংসাৰ সুখেৰ হয় ৰমণীৰ গুণে।"

'আপুনি অ—ল—প ধৈৰ্য্য ধৰক দত্ত! আপুনি আজিৰ ৰাতিটো মাত্ৰ অপেক্ষা কৰকচোন।

সৌমীনৰ হাতৰ ওমেগাটোত বেলা প্ৰায় ১২॥০ টাই বাজি গ'ল।

নহয় চৌধুৰী! সি উৎপলাৰ ফটোখনলৈ আকৌ এবাৰ ঘূৰি চালে। সেইয়া মোৰ উৎপলা! সেইয়া মোৰ ইলাক্ষী! মঙ্গল দীপৰ পোহৰেৰে আজি সিহঁতক পোহৰাব কোনে?

ইতিমধ্যে ধুটী আৰু ডিঙিত বুটাম মৰা কলাকোটটো আৰু ভৰিত এযোৰ বগা কাপোৰৰ পুৰণি জোতা পিন্ধি চুতি-চাপৰ অথচ কিছু বয়সস্থলোক ৰত্নেশ্বৰ মুদৈ সোমাই আহিল। তেওঁ প্ৰথমে সোমাই আহিয়েই সৌমীন দত্তক দেখা পাই নমস্কাৰ দিলে। সৰু দেউতা, নমস্কাৰ!

সৌমীন দত্তই একো নকৰিলে। অ', মুদৈ, বাৰু বহক।

কোঁঠাটোৰ একাষে পাৰি থোৱা দীঘল বেঞ্চখনতে ৰত্নেশ্বৰ বহিল।

চন্দ্ৰ চৌধুৰীয়ে ৰত্নেশ্বৰ মুদৈ লৈ চাই কলে, মুদৈ, পিচে আপুনি বেজেষ্ট্ৰি নোটীশ পাই আহিছে নহয় নে?

হয় ডাঙৰীয়া।

চন্দ্ৰ চৌধুৰীয়ে আকৌ সুধিলে। পিচে, আজি এই দীপান্বিতাৰ দিনা যে আহি ওলালহি!

আপোনালোকে যেনেভাৱে চোকা জৰুৰী নোটীশ পঠাইছে তাত আমাৰ দীপান্বিতাই বা কি দেৱালিয়েই বা কি ? আপোনালোকৰ নোটীশ পাই আমি যে একেবাৰে নাপাট্টা হৈ গৈছোঁ ডাঙৰীয়া।

বাগানৰ বাকী খাটাখনত ৰত্নেশ্বৰ মুদৈৰ নামৰ বাকী পাওনাৰ পৃষ্ঠাখন চাই চন্দ্ৰ চৌধুৰীয়ে কলে, পিচে টকা-পইছা আনিছে নহয়।

অৱশ্যে আনিছোঁ বুলিয়েই ধৰকছোন।

আপোনাৰ চাহপাতৰ এতিয়ালৈকে বাকী পৰিছে পুৰা বাৰশ টকা। দিয়ক। দি শেষ কৰক।

সৌমীন দত্তই কাষলতিৰ তলত নিজৰ বন্দুকটো লৈ তাতেই ঘুৰা-ফিৰা কৰি আছিল মাত্ৰ।

ৰত্নেশ্বৰে গাণ অনা টকাৰ বাণ্ডিলটো চন্দ্ৰ চৌধুৰীলৈ আগবঢ়াই দিলে। এইয়া—ধৰক। আজি মই এইয়া সাত শ টকাহে আনিছো মাত্ৰ! টকাখিনি টেবুলৰ ওপৰতে দি মুদৈ চৌধুৰীৰ ওচৰতে ঠিয় হৈ থাকিল। আপোনালোকে এইখিনিকেই আজিলৈ লওক বাৰু। বাকী পাঁচ শ টকাৰ কাৰণে মোক আপোনালোকে আৰু কিছুদিন সময় দিয়ক।

মদৰ ৰাগীত সৌমীন দত্ত চিঞৰি উঠিল। অ', ন'—ন'—নেভাৰ! হব্বই নোৱাৰে। কেতিয়াও হব নোৱাৰে। আপুনি মোৰ সম্পূৰ্ণ টকা পৰিশোধ নকৰাকৈ কেতিয়াও যাব নোৱাৰিব। মোৰ খাতাং কথা! ইয়াত আৰু কোনো উত্তৰ নাই! নাই—নাই—নাই!

সৌমীনৰ কথাত ভয়ত সকলোবোৰ কিছুপৰ নিস্তব্ধ ৰ'ল।

কিছু পৰৰ পিছত ৰত্নেশ্বৰে অনুৰোধৰ সুৰত কলে সৌমীনক! সৰু দেউতা, মোক আৰু কেইটামানৰ দিনৰ কাৰণে মাত্ৰ সময় দিয়ক।

সৌমীন দত্ত চিঞৰি উঠিল। চাত্ আপ্। মোৰ বাগানত আকৌ আপোনালোকে ভৱানন্দ বৰুৱাৰ অভিনয় কৰিবলৈ

বিচাৰিছে। মোক আকৌ আপোনালোকে সেইদৰে সৰ্ব্বস্বান্ত কৰিবলৈ বিচাৰিছে নহয়। জগতৰ সৌবোৰ জীৰ্ণ পঁজাঘৰতকৈ মোৰ এটা বৃহৎ বাংলাঘৰ অন্ধকাৰত কৰাল মূৰ্ত্তি ধাৰণ কৰি আছে। আজি সাৱধানে কথা কব মুদৈ। টকা দিয়ক—দিয়ক দিয়ক। সি চন্দ্ৰ চৌধুৰীৰ টেবুলৰ ওচৰলৈ আহি বন্দুকটো খণ্ডতে পেলাই দিলেহি। এটা ভয়লগা শব্দ হৈ উঠিল।

ৰত্নেশ্বৰে সৌমীনক আকৌ কাকুতি কৰি ক'লে—মাত্ৰ মোক দুটামান দিনলৈ সময় দিয়ক সৰুদেউতা!

সৌমীনদত্ত ৰত্নেশ্বৰৰ মুহুৰ্মুহু অনুৰোধত উগ্ৰমূৰ্ত্তি ধাৰণ কৰি অসহ্য হৈ আহি তেওঁৰ কোটটোত দৃঢ়ভাবে মুঠিমাৰি ধৰি আজুৰিবলৈ ধৰিলে। সময়! সময় লাগে! আজি প্ৰায় এই এবছৰে সময় শেষ হোৱা নাই। আজি আৰু সময় লাগে! আপোনালোক মহাজনসকলে বাকীদাৰসকলক কিমান সময় দিয়ে! সি ধৰা কোটতোৰ মুঠিতোৰে ৰত্নেশ্বৰক জোকাৰিবলৈ ধৰিলে।

সৰু দেউতা! কি কৰে! কি কৰে মোক!

বেইমান—প্ৰৱঞ্চক! নোৱাৰে যাব আপুনি। সৌমীনে ৰত্নেশ্বৰৰ কোটৰ বুকত সজোৰে ধৰি ভালকৈয়ে টনা-আজোৰা কৰিবলৈ ধৰিলে। সন্মান লাগে যদি টকা দিয়ক এতিয়াই। নতুবা—আপোনাক বন্দুৰাদলত ভৰ্ত্তি কৰি দি হ'লেও মোৰ টকা মই আদায় কৰি লবলৈ বাধ্য।

চন্দ্ৰ চৌধুৰী আৰু দয়াৰাম তলকা মাৰি শুনি থাকিল মাত্ৰ।

মোৰ নিচিনা বৰ্ত্তমান এজন অত্যাচাৰীৰ হাতত আপোনাৰ নিচিনা এজন অসৎ প্ৰৱঞ্চনাপূৰ্ণ লোকক আনি পেলাই দিয়াটো একমাত্ৰ ভগৱানৰেই ইচ্ছা। দিয়ক,—টকা দিয়ক! সৌমীনদত্তই চোলাৰ মুঠিতো পুনঃ পুনঃ সজোৰে টানি ৰত্নেশ্বৰক জোকাৰিবলৈ ধৰিলে।

ৰত্নেশ্বৰে আতুৰহৈ কৈ উঠিল। আপুনি মোক অলপ এৰি দিয়কছোন। এৰি দিয়ক আপুনি। আপুনি এনেকৈ মোক অপমান কৰিছে কিয়? এৰি দিয়ক!

সৌমীনদত্তই চোলাৰ হাতৰ মুঠিতো লাহেকৈ এৰি দিলে। সি ফোঁপাই ফোঁপাই দাঁত মূৰ কামুৰি ৰত্নেশ্বৰৰ মুখলৈ চাবলৈ ধৰিলে।

ৰত্নেশ্বৰে লাহেকৈ তাৰ ক'লা কোটটোৰ জেপটোৰ পৰা তিনি ভৰি ওজনৰ এপাত খাঁটি সোণৰ বালা উলিয়াই সৌমীনদত্তৰ ফালে আগবঢ়াই দিলে। আপুনি এইয়া লওক। এইয়া এপাত তিনিভৰি ওজনৰ খাঁটি সোণৰ বালা। বোধকৰোঁ—ইয়াতেই আপোনাৰ বাকী পাঁচ শ টকা নিশ্চয় ওৱাচিল হৈ যাব। আপুনি লওঁক। আৰু লৈ মোক মুক্তি দিয়ক।

সৌমীনদত্তই ৰত্নেশ্বৰৰ হাতৰ সোণৰ বালাপাত লোৱা মাত্ৰকেই তাৰ চকু মুখত এক বিস্ময়ৰ ক্ৰিয়া ঘণীভূত হৈ আহিল। সি এক ব্যাকুল বিস্ময়েৰে—এবাৰ বালাপাতলৈ,—এবাৰ ৰত্নেশ্বৰ মুদৈলৈ আৰু এবাৰ ঘূৰি উৎপলাৰ ফটোখনলৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। কিছুপৰৰ পিছত বৰ গহীনভাবে সৌমীনদত্তই ৰত্নেশ্বৰক সুধিলে— এই বালা আপুনি পালে ক'ত?

ডাঙৰীয়া, আমাৰ মোহনপুৰত থকা এগৰাকী মহিলাই মোৰ দোকানৰ বাকী খাইছিল। এশ সত্তৰ টকা। টকা দিব নোৱাৰাত তেওঁ বাকী ধনত মাৰি এই বালাপাত মোক দিছে।

বাৰু আপুনি সঁচা কথা কওকছোন। তিৰোতাগৰাকীয়ে তেওঁৰ বালাপাত আপোনাক স্বইচ্ছায় দিছেন আপুনি তেওঁৰ পৰা জোৰ কৰি আনিছে? কওকছোন। সৌমীনদত্তই বালাপাত আকৌ এবাৰ ভালকৈ লিৰিকি-বিদাৰি চাবলৈ ধৰিলে। ইতিমধ্যে চন্দ্ৰচৌধুৰী আৰু দয়াৰাম দুয়ো সৌমীনৰ কাষ চাপিলহি।

তেওঁলোক দুজনেও সৌমীনৰ হাতৰ বালাপাতৰ ওপৰত বিশেষ দৃষ্টিপাত কৰিলে।

সৌমীনদত্তই আকৌ মুদৈৰ ফালে চালে। এটা কথা মুদৈ। এই তিনিভৰি সোণৰ মূল্য কমেও ৬০০ টকা। আৰু আপোনাৰ প্ৰাপ্য মাত্ৰ ১৭০ টকা। আপুনি মহিলাক তেওঁৰ প্ৰাপ্য ওপৰঞ্চি টকাখিনি পিচে দিছেনে?

নাই দিয়া দেও।

নাই দিয়া। আপুনি ধনলিপ্সুক—বেইমান হয়নে নহয়। আপুনি এগাৰকী তিৰোতাক প্ৰৱঞ্চনা কৰিছেনে নাই? মনে মনে আছে কিয়? উত্তৰ দিয়ক। দিয়ক উত্তৰ। বাক ৰ'ব। আপুনি জানেনে—সেই মহিলাগৰাকীৰ লগত আৰু কোন আছে তাইৰ?

এটি ৮।৯ বছৰীয়ামান ৰুগীয়া ছোৱালী।

তেওঁ তাত থাকে ক'ত জানে আপুনি?

জানো। পদ্মনাথ কলিতা নামেৰে তাৰে এজন কলেজৰ ৰিটায়াৰ প্ৰফেচাৰৰ এটি অকণমান ভাড়াঘৰত।

সৌমীনে মনে মনে ভাবিলে যে ইলাক্ষী তেতিয়াও ভাল হোৱা নাই। মুদৈৰ কথাবোৰত সৌমীনদত্তৰ মনৰ নিচা লাহে লাহে কাটি আহিবলৈ ধৰিলে। মুদৈ, তিৰোতাগৰাকীৰ বিষয়ে আপুনি যেখোন গোটেই কথাই জানে। তেন্তে, আপুনি নিশ্চয় আৰু এটা কথা জানিব। সেই তিৰোতাগৰাকীয়ে বোধকৰো অলপতে এখন তিনি শ টকাৰ মনিঅৰ্ডাৰ নিশ্চয় পাইছে। গতিকে সেই টকাৰেইতো আপোনাৰ ১৭০ টকা ধাৰ মাৰিব পাৰিলে হয়।

অৱশ্যে পাৰিলে হয়। সেইদিনা মোৰ দোকানতে তেখেতে মাল কিনিবলৈ অহাত পিয়নজনে তেখেতক তাতেই লগ পাই তেখেতক চহী কৰি টকাখিনি অৱশ্যে তাতেই দিব খুজিছিল তেওঁক।

পিচে।

তেওঁ কিন্তু মনিঅৰ্ডাৰখন ৰখা নাই। ফিৰং দিছে। নেজানো ভাওৰীয়া, সেই টকা তেওঁলৈ কোনে ক'ৰ পৰা পঠাইছিল।

সেই টকা ময়েই পঠাইছিলোঁ মুদৈ। দয়াৰামক দি তেওঁ থকা ঠাই ঠিকানা অনুসন্ধান কৰি—সেই মনিঅৰ্ডাৰ ময়েই পঠাইছিলোঁ।

আপুনিতো জানেই মহিলাগৰাকীৰ নাম।

হয়। উৎপলা দত্ত।

এইবাৰ মুদৈৰ মুখে উচ্চাৰণ কৰা "উৎপলা দত্ত" নামটো শুনি সৌমীনদত্তৰ হিয়াখন ভাগি গ'ল।

মুদৈয়ে সুধিলে—তেখেত আপোনাৰ······

মোৰেই বিবাহিতা তিৰোতা। তেওঁৰ লগত থকা ছোৱালীজনীও মোৰেই মুদৈ। এইবালা তেওঁৰেই। বিবাহৰ ৰাতি তেওঁৰ ককাই-দেউক—অধীৰথে এইবালা তেওঁৰ লগত দিছিল। আৰু এইয়া বালাপাতত প্ৰত্যক্ষ ইংৰাজীতে লিখা ৰৈছে তেওঁৰ নাম ইউ দত্ত। মুদৈ, তেওঁ যে মনিঅৰ্ডাৰখন ঘুৰাই দি পঠালে তাত কোনো কাৰণ আছিলনে? আপুনি জানে কিবা?

হয়। পিয়নজনে টকাখিনি তেখেতক দিবলৈ অত্যন্ত চেষ্টা কৰিছিল সঁচা কিন্তু তেখেতৰ উত্তৰ এয়ে আছিল যে—জগতত হেনো তেখেতৰ কেও কোনো নাই। গতিকে কোনেইবা তেখেতলৈ মনিঅৰ্ডাৰ পঠাব। আৰু কোনোবা পঠাওঁতাই যদি ভুলক্ৰমেও পঠাইছিল—তেওঁ নামত গ্ৰহণকাৰী হলেও—তেওঁ কিন্তু কেতিয়াও ভুল নকৰে।

মুদৈৰ বিবৃতি শুনি সৌমীনদত্তৰ অন্তৰখনত অতিশয় শোক উদ্বেলিত হৈ আহিব ধৰিলে। সি উৎপলাৰ ফটোখনলৈ দৃষ্টি কৰি শোকবিহ্বল চিত্তে কবলৈ ধৰিলে। উৎপলা, মই ভুল কৰি তোমালৈ টকা পঠাইছিলোঁ—সেয়ে তুমি গ্ৰহণ নকৰিলা। আৰু জগতত তোমাৰ কেওঁ কোনো নাই।

ঘটনাচক্ৰ দেখি চন্দ্ৰচৌধুৰী আৰু দয়াৰাম হতবিম্ব হৈ গল।

সৌমীনদত্ত উৎপলাৰ ফটোখনৰ তলত মূৰ থৈ উচুপিবলৈ ধৰিলে। উৎপলা—উৎপলা—তুমি মোক ক্ষমা কৰিব পাৰিবা? পাৰিবা উৎপলা?

ৰত্নেশ্বৰ মুদৈয়ে চন্দ্ৰচৌধুৰীক ক'লে—মেনেজাৰ বাবু, কাতিমহীয়া বেলা। সোনকালেই এতিয়া গধূলি লাগিবহি। মোহনপুৰলৈ ৰাস্তাও হল ভালেমান দূৰ। তাতে আজি দীপাম্বিতাও। মটৰো ধৰিবগৈ লাগে। আমাক সোনকালে বিদায় দিলে ভাল আছিল। বহু ৰাতিহে ঘৰ পামগৈ কিজানি।

সৌমীনদত্তই মুদৈৰ ফালে মুখ ফিৰালে। মুদৈ, ৰব নেযাব। শুনক। আপুনি উৎপলাৰ ১৭০ টকাৰ কাৰণে আৰু কিছু সময় দিয়াৰ ছলেৰে তেওঁক তেওঁৰ এইবালা আপুনি কাইলৈকে ফিৰং দিবগৈ কিন্তু। আৰু আপোনাৰ প্ৰাপ্য ১৭০ টকা চন্দ্ৰবাবুৱে এতিয়াই আপোনাক দিব—লৈ য'কগৈ।

সৌমীনদত্তৰ নিৰ্দেশমতে মুদৈৰপৰা পোৱা ৭০০ টকাৰপৰা চন্দ্ৰচৌধুৰীয়ে তেওঁৰ টেবলৰপৰা মুদৈক ১৭০ টকা গণি দিলে। আৰু মুদৈয়েও টকাখিনি গণি লৈ তেওঁৰ ক'লা কোটটোৰ জেপত সাৱধানে ভৰাই ল'লে।

আকৌ সৌমীনে ক'লে,—চাওক মুদৈ, আপোনাৰ বাকী ৫০০ টকাৰ কাৰণে বাৰু আপুনি আৰু ভাবিব নেলাগে। আপুনি যেতিয়াই ইচ্ছা তেতিয়াই আহি দি যাবহি। বাৰু মুদৈ, ৰবছোন এটা কথা মই আপোনাক সুধিব খুজিছো। উৎপলা তাইতো কোনো কাম-কৰ্ম্ম নোহোৱা নিষ্কৰ্মা তিৰোতা! নিৰাশ্ৰয়া। এনে অৱস্থাত তেওঁক আপুনি কি ভৰসাত ইমানবোৰ টকা বাকী দিছিল?

অ, নহয়। তেওঁ আমাৰ তাবে শিমলুতলি বুলি ঠাই এডোখৰৰ

কোনোবা এজন ভদ্ৰলোকৰ ঘৰত ল'ৰা পঢ়াইছিল। তাতো তেওঁ ৬০ টকাকৈ পাইছিল। পিচে সেই ভদ্ৰলোকেও বেছেৰী তাইৰ এমাহমানৰ হেনো টকা মাৰিলে। তেতিয়াৰ পৰা তেওঁ তাত লৰা পঢ়ুৱাবলৈ এৰিলে বোলে। তাৰ বাহিৰেও আমাৰ সেই অঞ্চলত এই সময়ত এটা জনৰৱ উঠিছিল অৱশ্যে জনৰৱ হ'লেও সি কিন্তু সত্য কথা।

সৌমীনদত্ত আকুল উদ্‌গ্ৰীৱ হৈ কৈ উঠিল। কি কি কওকছোন।

আমাৰ মোহনপুৰৰ সেই ছোৱালী কলেজখনত সঁচাকৈয়ে তেওঁ হেনো এটা চাকৰি পাইছিল। পিচে, খাতিৰ-খোচামদত কলেজৰ প্ৰিন্সিপেলজনে হেনো চাকৰিটো তেওঁক বঞ্চিত কৰি কোনোবা এজন ধনী মানুহৰ ছোৱালী এজনীকহে দিলেগৈ। সেই ছোৱালীজনী হেনো আপোনাৰ এখেততকৈ বহুত গুণেও অযোগ্যা।

সেইখন কি কলেজ মুদৈ?

আমাৰ মোহনপুৰৰ সেইখন সুনীতিদেৱী গাৰ্লচ্ কলেজ।

তাৰ প্ৰিন্সিপেলজন কোন? জানেনে মুদৈ?

ইচ্ ৰাম! কিয় নেজানিম ডাঙৰীয়া। তেখেতেওতো মোৰে দোকানৰ মাল খায়। তেখেতৰ নাম ভৱানন্দ বৰুৱা!

হঠাৎ "ভৱানন্দ বৰুৱাৰ" নাম শুনি সৌমীনদত্ত অকস্মাৎ উচ্‌প খাই উঠিল। তাৰ সৰ্ব্বাঙ্গ শিয়ৰি গ'ল। অতিশয় বিস্ময় চিত্তে সি কৈ উঠিল। তেওঁ ক'ৰ ভৱানন্দ বৰুৱা মুদৈ।

আপুনিহে নিচিনা হ'ল এতিয়া। তেওঁ দেখোন গোলাঘাটৰ। আপোনাৰ বাগানতেই বোলে দেখোন—ভালেমান বছৰ ম্যেনেজাৰী কৰি গৈছিল। আপুনিহে এতিয়া নিচিনা হ'ল?

মুদৈ, মোৰ বাগানৰ ভৱানন্দ বৰুৱা। তেওঁ প্ৰিন্সিপেল হৈছেগৈ এখন কলেজৰ। সেই ধনলিপ্সুক-লম্পট! ভগৱান! ভগৱান্! ই কোন কবিৰ কাল্পনিকৰ দৰে ৰহস্যময় সংযোগ-বিযোগ ঘটনা-সমাৱেশ! এই সত্যক জগতে বিশ্বাস কৰিব পাৰে জানো? এই

এক সমুদ্ৰতলৰ কণ্টক,—মই ইয়াক কেনেকৈ উচ্ছেদ কৰোঁ। উঃ! ক'লৈ যাওঁ! কি কৰোঁ। মুদৈ, তেওঁ বৰ্ত্তমান ক'ত থাকে আপুনি জানে?

তেখেতে আৰু এখন নতুন গাড়ী কিনিছে নহয়। কিছুমান দিন তেখেতে তেখেতৰ নিজঘৰ গোলাঘাটৰ পৰাই মোহনপুৰ কলেজলৈ নিজৰ গাড়ীৰে দিনে আহিছিল—দিনে গৈছিল। পিচে, আজিকালি কলেজৰ লগতে তেখেতে পুৰণি কোৱাৰ্টাৰটিকে লইছে। তেখেত সপৰিবাৰে বৰ্ত্তমান সেইখন তাতেই থাকে।

সৌমীনদত্তৰ আদেশ মতে ৰত্নেশ্বৰ বিদায় হৈ আহিল। সৌমীন দত্তৰ বুকুখন থৰ্-থৰ্কৈ কঁপিবলৈ ধৰিলে। সি অধৈৰ্য্য হৈ উঠিল।

দয়া!

সকদেউতা।

ড্ৰাইভাৰক কোৱাগৈ। গাড়ী লৈ আহিব লাগে। মই এতিয়াই ৰাওনা হম মোহনপুৰলৈ। মোৰ উৎপলাই কোন ভৱানন্দ বৰুৱাৰ ওচৰত চাকৰিৰ কাৰণে প্ৰাৰ্থনাৰ আঁচল পাতিছিল। আৰু মই এবাৰ চাই আহোঁ কোন ভৱানন্দই মোৰ উৎপলাক ন্যায্য প্ৰাপ্তিৰ পৰা চিৰবঞ্চিত কৰিছে! যোৱা দয়া, লালবাহাদূৰক খবৰ দিয়া—গাড়ী লৈ আহক এতিয়াই।

চন্দ্ৰচৌধুৰীয়ে অলপ সান্ত্বনাৰ সুৰত ক'লে—দত্ত, তেখেতৰ কথাতো মুদৈৰ মুখে আপুনিও শুনিলে, আৰু আমিও শুনিলোঁ। গতিকে বাৰু যি হয় কিবা এটাতো হবই—গতিকে আজিৰ ৰাতিটো মাত্ৰ বাদ দিয়ক। কাইলৈ দোকমোকালিতে যোৱাটোৱেই মই ভাল যেন দেখোঁ। আপুনি ভাবি চাওক বাৰু।

সৌমীনদত্তই চন্দ্ৰ চৌধুৰীৰ কথা ৰাখিলে। দয়া—যোৱা তেন্তে। লালবাহাদূৰক এতিয়াই কৈ থোৱাগৈ। গাড়ী মোহনপুৰ যাব লাগিব খুব পুৱাতেই। এতিয়াই তেল-তুল সকলো যোগাৰ কৰি ৰাখিব কোৱাগৈ। মই মাত্ৰ অপেক্ষি থাকিম।

ঘটনা-দুৰ্ঘটনা শুনি চন্দ্ৰচৌধুৰীয়ে কি ভাবি গ'লগৈ কব নোৱাৰোঁ।

সৌমীনদত্তৰ মদৰ সকলো নিচা ভাঙি গ'ল। সি উৎপলাৰ ঘটনা-দুৰ্ঘটনাতকৈ বিশেষকৈ অধিক ভাবি ৰ'ল ভৱানন্দ বৰুৱাৰ নিচিনা অযোগ্য এজন অৰ্থলোলুপ লোকে ইমান সোনকালে যে কেনেকৈ কলেজ এখনৰ প্ৰিন্সিপেল পদবী পালেগৈ। অৱশ্যে হব পাৰে তেওঁ এজন ইকনমিক্সৰ চেকেণ্ড্ ক্লাচ্ এম, এ। লাহৰীচাং বাগানত নহ'লেও, এইবাৰ মোহনপুৰত সৌমীনৰ জীৱনত আকৌ আৰম্ভ হব ধৰিছে ভৱানন্দ বৰুৱাৰ এক বিচিত্ৰ অভিনয়। দেখা য'ক।

—— ——

## ● নৱমী

দীপান্বিতাৰ সন্ধিয়া লাগি আহিল লাহে লাহে।

সৌমীনৰ বাংলাৰ ওপৰ মহলাৰ পৰা দেখা গৈছে বিৰ্পিৰি'প বাগানৰ বন্নুৱাবোৰেক দীপান্বিতাৰে জোনালিময়। দূৰৈৰ আশে-পাশে থকা নেপালি বস্তীখন আৰু সৰু সৰু চুবুৰিবোৰতো জ্বলি উঠিছে মিত্‌-মিত্‌কৈ তেলৰ সৰু সৰু বন্তীবোৰ! চৌদিশে অবনী আলোকে আলোকময়। কিন্তু দীপান্বিতাৰ হেতুকে এগছি বিশেষ বন্তী নাই সৌমীনদত্তৰ বাগানৰ বাংলাঘৰত। বন্তী নুমাই গৈছে তাৰ—দীপান্বিতা নাই তাত। এদিন তাৰ গৃহত যি দেৱালি আহিল—আজি সেই দেৱালি নাই। বন্তীবোৰ তাৰ নুমাই আছে অধোমুখে।

চৰ্দ্দাৰ মোহনমাঝি আহি সৌমীনৰ বাংলাৰ দৰজামুখত চুড়াল কলপুলি পোতাৰ ব্যৱস্থা কৰিব ধৰিলে।

তাক নিষেধ দিলে সৌমীনদত্তই। মোহন, কলপুলি পুতি মোৰ এই বাংলালৈ দীপান্বিতা ফিৰাই আনিব পাৰিবা জানো? বাদ দিয়া মোহন। এইবোৰ শান্তিৰ প্ৰতীক নহয়।

এ-তুমি কি কহিছে ছোট্টু বাবু – মোহনে ক'লে।

মই ঠিকেই কৈছোঁ মোহন। গোটেইখন পৃথিৱী আজি মোৰ

মনত কি ভয়াবহ হৈ উঠিছে। চন্দ্ৰ চৌধুৰীয়ে মোক ঠিকেই মনা কৰিছে যাবলৈ। নতুবা মোৰ মটৰে পিচ পেলাই এৰি যোৱা ৰাস্তাকাষৰ বস্তীবোৰেযে মোক ব্যঙ্গ-বিদ্ৰূপ কৰিব। সেই বস্তীবোৰৰ পোহৰেযে মোক পুৰি মাৰিব। মোৰ ঘৰত আজি গৃহ-লক্ষ্মী আছে জানো?

কাতিমহীয়া বেলা। গধূলি লাগিছিল সোণকালে। ৰাতি ৭ মান বজাত সৌমীনৰ বাংলাৰ কিছুদূৰত এদল পদব্ৰজে যোৱা লোকৰ শ্লোগানধ্বনি শুনিবলৈ পোৱা গ'ল। "লাহাৰচাং বাগানেৰ মজদুৰকে ধৰমঘট্ কালসে কিজানি কোনোদিন তক্ চলিয়া ৰহিবে। ফেৰ্ শুনিয়ে—লাহৰীচাং বাগানেৰ মজদুৰ ধৰমঘট কিজানি কোন্‌দিন তক্ চলিয়া ৰহিবে।"

সৌমীনদত্তই কাণপাতি দূৰলৈ মনোনিবেশ কৰিলে। আৰু সি চন্দ্ৰচৌধাৰীক সুধিলে, সেইয়া কিহৰ ধ্বনি চৌধুৰী?

চন্দ্ৰ চৌধুৰীয়ে কলে,—দত্ত, বনুৱাসকলে আমাক দিয়া মেমৰেণ্ডাম্ মতেই তেওঁলোকে কাম কৰিবলৈ ওলাইছে। তেওঁলোকে তেওঁলোকৰ আপত্তি-অভিযোগৰ মীমাংসা আজি দীপান্বিতাৰ দিনৰ ভিতৰতে বিচাৰিছিল। আমিতো তেওঁলোকৰ সেইবোৰ আপত্তি-অভিযোগৰ আজিলৈকে মীমাংসা বুলিবলৈ একোকে হাতত নললোঁ। আজি বহুদিন আগতেই তেওঁলোকে অভিযোগ দি থৈছে। তেওঁলোকৰ হাজিৰাদাৰ বনুৱাসকলৰ দৈনিক শ্ৰম ১০ ঘণ্টাৰ পৰিবৰ্ত্তে ৮ ঘণ্টা কৰিব লাগে। আৰু' দেশৰ এই খাদ্য-দ্ৰব্যৰ দুৰন্ত মহঙাদিনত তেওঁলোকৰ হাজিৰা বৃদ্ধি কৰিব লাগে। আমি এইবোৰৰ আজিলৈকে একো ব্যৱস্থা নোলোৱাৰ গতিকেই কাইলৈৰ পৰা তেওঁলোকে প্ৰকৃত ধৰ্ম্মঘট আৰম্ভ কৰিব। এইকথা তেওঁলোকে তেওঁলোকৰ মেমৰেণ্ডাম খনত অৱশ্যে স্পষ্ট লিখি দিছিল।

সৌমীনে চন্দ্ৰচৌধুৰীৰ কথাবোৰ শুনি গ'ল। চৌধুৰী, বাগানৰ

বিদ্ৰোহী সেই ৺তুখী যশোৱাৰা মৰিও গ'ল—মাৰিও গ'ল। বমুৱা বেৰেকত আজি আপুনি এবাৰ গৈ তেওঁলোকক বুজাই-বঢ়াই, অন্ততঃ আৰু কিছুদিনলৈ তেওঁলোক ক্ষান্ত থাকিবলৈ সিহঁতক এবাৰ অনুৰোধ কৰি আহিব পাৰেনে?

মোৰ দ্বাৰা নহব দত্ত। মোক ক্ষমা কৰিব।

কাৰণ?

কাৰণ তেওঁলোকে পূৰ্ণধৰ্ম্মঘটৰ কাৰণে আনকি আজিৰ পৰাই তৈয়াৰী হৈছে। তেওঁলোকে দীপান্বিতাৰ বন্তী জ্বালিলেও তেওঁলোকৰ মদ-ভাত, নাচ-গান আমোদ-প্ৰমোদবোৰ আজিৰ পৰাই একপ্ৰকাৰ বন্ধ হৈছে।

আপুনি সিহঁতবোৰৰ ইমান খবৰ কত পায় চৌধুৰী?

অৱশ্যে মই জানো।

কিছুদূৰৰ পৰা বমুৱাসকলে এবাৰ চিঞৰি কৈ যোৱা শ্লোগান আকৌ ধ্বনিত হৈ উঠিল।

সৌমীনে দয়াৰামক পাচিলে—দয়া, যোৱা ভালকৈ শুনি আহাগৈ।

দয়াৰাম লৰালৰিকৈ তাৰপৰা বাহিৰলৈ ওলাই গুচি গ'ল।

সৌমীনে এইবাৰ মোহনলৈ চাই পঠিয়ালে। মোহন, তুমিযে এতিয়াও ইয়াত?

মোহনে ক'লে—হামি কুথা যাবে ছোট্টবাবু।

কিয়? তোমালোকৰ ধৰ্ম্মঘটতো কালিৰেপৰা আৰম্ভ। আৰু তুমি আছা আহি তোমাৰ জাতি-ভাই বমুৱাসকলৰ বিৰোধী হৈ তোমাৰ একমাত্ৰ এজন বাগানৰ মালিকৰ লগত!

হামি ঐ সব কুছ্ নাজানে বাবুজী। হামি যাহাৰ নুন খাবে—তাহাৰ গুণ বল্বে। হামি কুমুদিন বেইমানী না কৰিবে বাবু। এহি জন্যে হামাদেৰ মজদুৰলোক হামাকে আলাগ্ কৰিয়াছে বাবু।

বাৰু-বাৰু! চৌধুৰী, অলপ বব। মই এইমাত্ৰ আহিছো

বাহিৰৰ পৰা। সৌমীন বাহিৰলৈ ওলাই গ'ল। অলপ দূৰৰ এন্ধাৰখিনিত দয়াৰাম থিয় হৈ আছিল। সৌমীন গৈ দয়াৰামৰ কাষ পালেগৈ। দয়াৰামে সৌমীনক কাণে কাণে মাত্ৰ ফুচ্-ফুচ্‌কৈ কিবাকিবি কিছুকথা কৈ গ'ল।

সৌমীনদত্ত বাহিৰত থকা সময়খিনিতে চন্দ্ৰচৌধুৰীয়ে মোহন মাঝিক মনে মনে কৈ গ'ল। মোহন, সমাজৰ পৰা আঁতৰি থাকি তুমি কিবা শান্তি পাবা জানো? আজিকালি সমাজ, জনতা, ৰাইজ সকলোতকৈ ডাঙৰ। জানানে নেজানা? বনুৱাৰ ভিতৰত তুমি মাত্ৰ অকল। আৰু তুমি এনেকৈ অকলে এখন সমাজৰ বিৰুদ্ধে কেতিয়াও কোনোদিনে থিয় দিব নোৱাৰিবা। তুমি সদায় তেওঁলোকৰ পৰাজয় স্বীকাৰ কৰিবই লাগিব। ভাবি চোঁৱা।

দয়াৰাম আৰু সৌমীনদত্ত সোমাই আহিল। দয়াৰামৰ হাতত এখন ছপাকৰা সৰু হেণ্ড্‌বিল্। সৌমীনদত্ত সোমাই আহিয়েই ক'লে—দয়া, হেণ্ড্‌বিলখন চৌধুৰীৰ হাতত দিয়াছোন। তেখেতেই স্পষ্ট কৰি আমাক এবাৰ পঢ়ি শুনাওক বাৰু।

দয়াৰামৰ পৰা ছপাকৰা সৰু হেণ্ড্‌বিল্‌খন চন্দ্ৰচৌধুৰীয়ে আনি ললে। তেওঁ টেবুলৰ গ্লোৱলাইট্‌তো অলপ ভালকৈ জ্বলাই দি পঢ়িবলৈ আৰম্ভ কৰিলে। "লাইৰীচাং বাগানৰ মালিকৰ পৰা আমাৰ হাজিৰাদাৰ বনুৱাসকলৰ দৈনিক ১০ ঘণ্টা কামৰ পৰিবৰ্ত্তে ৮ ঘণ্টা নিৰ্দ্ধাৰিত কৰা; আৰু দেশৰ খাদ্য-দ্ৰব্যৰ অত্যন্ত মহৰ্ঘাদিনত বনুৱাসকলৰ হাজিৰাবৃদ্ধিৰ কাৰণে প্ৰাৰ্থনাৰ মীমাংসা আজিকোপতি মালিকে নিষ্পত্তি নকৰাৰ গতিকে কাইলৈ ২২ অক্টোবৰৰ পৰা এই বাগানৰ বনুৱাসকলৰদ্বাৰা অনিৰ্দ্দিষ্ট কাললৈকে ধৰ্ম্মঘট চলি থাকিব।"

—"লাইৰীচাং বাগানৰ শ্ৰমিক বনুৱাসকল!"

সৌমীনে ঘপৰাই কলে—চৌধুৰী, বাৰু বন্ধ কৰক। আপোনাক

অতি জৰুৰীবোধেৰে মই এটি অত্যন্ত আৱশ্যকীয় কথা সুধিবলৈ বাধ্য হৈছোঁ।

কওক।

মই বিশ্বস্তসূত্ৰে জানিবলৈ পাইছোঁ যে বনুৱাসকলৰ এই ধৰ্ম্মঘটৰ গুৰিত আপুনিয়েই গুৰিয়াল হৈছে। আৰু সিহঁতে আমাক দিয়া পোন প্ৰথম দৰখাস্তখনো আপুনিয়েই ড্ৰাফ্‌ৎ কৰি দিছিল। সঁচা কব।

যদি মিছা কওঁ।

মিছা ক'লেও আপুনি প্ৰকৃত সত্যক লুকাই ৰাখিব পাৰিব জানো?

অৱশ্যে আপোনাৰ প্ৰতীয়মান কোনো মিছা নহয়। সদৰ্পে কৈ উঠিল চন্দ্ৰ চৌধুৰীয়ে সৌমীনৰ সন্মুখত।

· আপুনি মোৰ দৰমহাধাৰী চাকৰিয়াল হৈ মোৰ প্ৰতি এনে বিৰুদ্ধাচৰণ কৰাৰ কাৰণ?

কাৰণ অন্য একোৱেই নাই। কিন্তু বনুৱাসকলৰ দৰে এই বাগানৰ ময়ো এজন শ্ৰমিক। চকীত বহি কাম কৰিলোঁ বুলিয়েই এজন চাহপাত তোলা শ্ৰমিকৰ জীৱন আমাতকৈ কোনো অংশে কম হব নোৱাৰে। দেশত আজিকালি জনতাক এৰি এজনৰ হকে মাত মতা দিন আৰু নাই। আৰু বনুৱাসকলেও যি অভিযোগ তুলি ধৰিছে সিও একেবাৰে নিৰ্ঘাত সত্য। মোৰ অন্তৰৰ ন্যায় আৰু সত্য আপোনাৰ ওচৰত খোলাখুলিকৈ প্ৰকাশ কৰিলোঁ। এতিয়া আপোনাৰ মীমাংসা—অথবা বিচাৰ!

সৌমীনে নিজৰ ক্ৰোধ আৰু দমাই ৰাখিব নোৱাৰিলে। • চৌধুৰী, আপুনি এতিয়াই ৰিজিগ্‌নেশন্ চাব্‌মিট্ কৰক।

ৰিজিগ্‌নেশন্ চাব্‌মিট্ কৰিবলৈ মই নিজে কোনো দোষী নহয়। আপুনি যদি মোক কিবা দোষী বুলি ভাবি লৈছে, তেন্তে, আপুনি মোক কামৰপৰা ডিচ্‌চাৰ্জ্ কৰিব পাৰে। মোৰ কোনো আপত্তি নাই!

তেন্তে বেচ্ কথা। মই আপোনাক পদচ্যুত কৰিছোঁ। আপুনি এই বাগান আজিয়েই ত্যাগ কৰক।

চন্দ্ৰচৌধুৰীয়ে বাগানৰ হিচাব-পত্ৰ আৰু টকা-পইছাদি সকলো-বোৰ সৌমীনদত্তৰ হাতত তেতিয়াই তেতিয়াই চমজাই দিলে। মই আহিলোঁ। কিন্তু যাবৰ সময়ত মই—আপোনাক মাত্ৰ কৈ যাওঁ—সেই সতী-লক্ষ্মী উৎপলাৰ অশ্ৰু-অভিশাপৰ ফল দিনকে দিনে এতিয়া ভগৱানে আপোনাক ভোগ কৰিবলৈ দিবলৈ বিছাৰিছে। আপুনি শিৰপাতি গ্ৰহণ কৰিব লাগিব—লাগিব। উৎপলা—ইলাক্ষী গল। এইয়া বনুৱাৰ বিপ্লৱ-বিক্ষোভ আৰম্ভ হৈছে মাত্ৰ। বাগানৰ চাহ খৰিদ্দাৰসকলেও আপোনাক ঠগিবলৈ বিছাৰিছে। নিৰপৰাধী—গৃহলক্ষ্মীৰ শাওপাতত আপোনাৰ সকলো ভ্ৰষ্ট হৈ যাব—যাব—যাব। চন্দ্ৰচৌধুৰী বাংলা এৰি গুচি গ'লগৈ তেতিয়াই—তেতিয়াই তেওঁৰ কোৱাৰ্টাৰলৈ। তেওঁ ৰাতিপুৱা হ'লেই বাগান ত্যাগ কৰিব।

চন্দ্ৰচৌধুৰীৰ যোৱাৰ পথলৈ সৌমীনে কিছুপৰ চাই থাকিল। সকলোবোৰ বেইমান।

এইবাৰ সৌমীনদত্তই মোহনলৈ চাই কবলৈ ধৰিলে। তুমি আৰু কি কৰিছা মোহন? যোৱা—তুমিও যোৱা। মোৰ লাহৰীচং বাগান সকলো শূন্য হৈ থ'ক তোমালোকে ইয়াত মোক এক তপস্যাৰত অৰণ্য-যোগীৰদৰে নীৰলে অকলে থাকিবলৈ দিয়াহঁক!

মোহনে ক'লে—হামি তুহাঁৰ সাথ্ ছাড়িয়ে কুথা যাবে মালিক। হামাৰ মজদুৰলোক হাজ্জাৰকিছিম্ ধৰমঘট্ কৰিবে—হামি ঐ সব কুছ্ নামানিবে ছোট্টুবাবু।

নহয় মোহন, চন্দ্ৰচৌধুৰীয়ে কৈ গৈছে নহয়। সমাজ-ৰাইজ সকলোতকৈ ডাঙৰ। তেন্তে—হেজাৰজন বনুৱাক এৰি অকল মোৰ লগত লাগি থাকিলেই বা তোমাৰ সংসাৰ চলিব কেনেকৈ? অথবা ময়ো অকল তোমাৰ নিচিনা এজন বনুৱাৰ সঙ্গ লৈ ইমান বিলাক

শ্ৰমিকৰ এই ধৰ্ম্মঘটৰ বিৰুদ্ধে থিয় হব পাৰিম জানো? তুমি যোৱা মোহন, তুমি গৈ জাতি ভাই সকলৰ লগত এক হৈ লগ হোৱাগৈ।

হামাৰ জীৱন ছাৰি যাবে, তব্‌ভি হামি ঐ মজদুৰকে সাথ যাবে স্বেহি মালিক। তুঁ হামাকে এসব বাত না বলিবি—ছোট্টু বাবু।

মই বুজিবলৈ আৰু বাকী নাই মোহন। আজি দীপান্বিতা। মোৰ বাংলাত মদৰ উৎসৱ চলিব। আৰু সেই উৎসৱত তোমাৰ মালিকৰ সৈতে তুমি মদৰ আমেজ ভোগ কৰিবলৈ বিছাৰিছা। নহব। সেইদিন নাই আৰু মোহন। দিন ফিৰি গৈছে। আৰু এই গৃহত আগৰ সেই মদৰ উৎসৱ—আমেজ আৰু নহব মোহন। তুমি যাব পাৰা। এই গৃহত দেৱালিৰ শোভাবৰ্দ্ধনৰ বাবে তোমাৰ কোনো আৱশ্যক নাই। তোমালোকেই মোৰ দীপান্বিতাৰ বন্তী নুমাইছা। গুচি যোৱা!

মোহনে সৌমীনৰ মূৰ্ত্তি দেখি চুচুক-চামাক্ কৰি নিঃশব্দে আহি বাংলাৰ বাহিৰৰ এন্ধাৰখিনিত থিয় দি থাকিলহি। মোহন বাংলালৈ আবেলি আহোঁতে তাৰ লগতে চামেলিয়াও আহিছিল ভালকৈ পিন্ধি-উৰি সৌমীনৰ বাংলালৈ। মোহনে বাহিৰত চামেলিৰ অপেক্ষাত বাট চাই থাকিল ঘৰলৈ ফিৰি যাবলৈ।

সৌমীনদত্তই একথিৰে উৎপলাৰ ফটোখনলৈ চাই ৰ'ল। উৎপলা—উৎপলা, তোমাৰ লগে লগে লাহৰীচাং বাগানৰ সকলোবোৰ নিঃশেষ হৈ আহিব ধৰিছে। তুমি গ'লা—ইলাক্ষী গ'ল। কৰ্ম্মচাৰী-বোৰো লাহে লাহে বিদায় হব ধৰিছে। ৺তুপী যশোৱাবাই বাগানত একুৰা জুই জ্বালি থৈ গল। চাহৰ খৰিদ্দাৰ মহাজন সকলেও বহু বহু ধন আত্মসাৎ কৰিবলৈ ধৰিছে। আৰু বাকী থাকিল কি? উৎপলা, তুমি মোৰ ইলাক্ষীক লৈ এবাৰ ফিৰি আঁহা। ফিৰি আহক

আকৌ এবাৰ মোৰ বাগানৰ সৌভাগ্য-লক্ষ্মী। তুমি আঁহা। মই আকৌ এবাৰ এই গৃহত এক নতুন দীপান্বিতাৰ বন্তী জ্বালি দিওঁ।

ইতিমধ্যে এখন ডাঙৰ কাঁহৰ কাঁহিত কিছুমান মাটীৰ চাকি জ্বলাই লৈ কাঁহিখন দুয়োহাতে ধৰি চামেলিয়া সোমাই আহিল সেই কক্ষলৈ। সৌমীনৰ দৃষ্টিত পৰা মাত্ৰে সি কৈ উঠিল, এইবোৰ কি চামেলিয়া ?

চামেলিয়াই সেইভাবেই ক'লে, ছোট্ৰুবাবু আজযে দিওৱালি আছে। তুঁহাৰ ঘৰে বাট্টি নাজ্বালাবি ?

সৌমীনে ডিঙি লৰাই বন্তীৰ আৱশ্যক নাই নাই বুলি লাহে লাহে তাইক ইঙ্গিত দিলে। আৰু চামেলি থত্‌মত্‌ খাই সৌমীনৰ মুখৰ ফালে চাই ৰ'ল।

শেষত চামেলিয়ে ক'লে, কেন! বাট্টী কেন জ্বালাবিনা ছোট্ৰুবাবু? ছিঃ! দুনিয়াৰ সৰলোকই আজ বাট্টী জ্বালাইছি— তুঁই কেন বাট্টী নাজ্বালাবি বাবু!

আজি দীপান্বিতা। মই বন্তী নজ্বলাওঁ চামেলি। মই বন্তী নজ্বলাওঁ। উৎপলা নাই—সেয়ে তুমি বন্তী জ্বালিবলৈ আহিছা? এই গৃহত তুমি উৎপলাৰ ঠাই পূৰাবলৈ আহিছা। লৈ যোৱা। এই ঘৰত কোনো দীপান্বিতা নাই। এই ঘৰত বন্তীও নজ্বলিব চামেলি। তুমি হেজাৰ বন্তী জ্বলাইয়ো এইঘৰ পোহৰ কৰিব নোৱাৰিবা। যোৱা—বন্তী নুমাই দিয়া।

ছোট্ৰুবাবু, আজ তুঁহাৰ কি হলোৰে।

মোৰ যিয়েই নহওক। মোৰ এই শূন্যঘৰত তোমাৰ লয়লাস নৃত্য-গীতেৰে সৌমীনক পৃথিৱী পোহৰাই ৰাখিবলৈ আহিছা? বন্তী নুমাই দিয়া চামেলি; আৰু তুমিও এই গৃহৰপৰা এতিয়াই বিদায় হোৱা।

সৌমীনৰ মুখৰফালে চাই চামেলি কিংকৰ্ত্তব্যবিমূঢ় হৈ ৰ'ল।

ইতিমধ্যে সৌমীনে কেইখোজমান দ্ৰুতবেগে আহি চামেলিৰ বন্তীৰ কাঁহিখনৰ কিনাৰত ধৰি জোৰ কৰি কাঁহিখন মাটীত এচাৰ মাৰি পেলাই দিলে বন্তী কিছু নুমাই গ'ল। আৰু যি কেইটা বন্তী মাটীত পৰি তেতিয়াও জ্বলি আছিল—সৌমীনে তেতিয়াই তেতিয়াই তাক তাৰ জোতাৰে গছকি মোহাৰি তৎক্ষণাত নুমাই দিলে।

চামেলিয়ে সোহাতখন দাঁতত দি ভীত হৈ ৰ'ল।

সৌমীনে চিঞঁৰি উঠিল--চামেলি, যা বুলিছো—যা!

কাঁহিখন তেনেকৈয়ে মাটীত পৰি থাকিল চামেলি চুচুক-চামাক্ কৈ বাংলাৰ বাহিৰলৈ ওলাই আহিল। তাই সেইৰাতি বাপেক মোহন মাঝিৰ লগত আহি বন্দৰাবৰেক পালেহি।

এইবাৰ সৌমীনে মাতিলে দয়াৰামক। দয়া, দেখিছতো? মই এক একৈকৈ সকলো শেষ কৰি আহিব ধৰিছো। জগতত হেজাৰ বন্তী জ্বলক্—কিন্তু, মোৰ হাতৰ এগছি বন্তীৰে মোৰ গোটেই গৃহ আলোকিত হৈ উঠিব। যোৱা—তুমি ভালকৈ সজাই এগছি বন্তী লৈ আঁহাগৈ।

সৌমীনৰ কথাত দয়াৰাম ভিতৰলৈ সোমাই গ'ল। সৌমীনে একদৃষ্টে উৎপলাৰ ফটোখনলৈ নিবিষ্টমনে চাই ৰ'ল।

ক্ষন্তেক পিছতে দয়াৰামে এটা ডাঙৰ জ্বলন্ত মাটীৰ চাকি লৈ আহি সৌমীনৰ হাতত দিলেহি। সৌমীনে বন্তীগছি উৎপলাৰ ফটোৰ তলৰ চেল্ফত লাহেকৈ নি থৈ দিলে। উৎপলা আলোকিত হৈ উঠিল। দয়া, এইয়া চোৱা, মোৰ এই এগছি বন্তীৰ পোহৰত জগতৰ হেজাৰ দীপান্বিতাৰ পোহৰ ম্লান হৈ গৈছে। কিছুদূৰৰপৰা সৌমীনদত্ত আৰু দয়াৰামে উৎপলাৰ আলোকিত ফটোখনলৈ দৃষ্টিপাত কৰি ৰ'ল।

ঠিক এনে সময়তে পূবদিশৰ পৰা হুম্-হুম্—হুম্-হুম্কৈ ভয়ঙ্কৰ এটা শব্দ হৈ পৃথিৱীখন কঁপি উঠিবলৈ ধৰিলে। ভূমিকম্প! সৌমীনদত্ত

আৰু দয়াৰাম তৎক্ষণাত বাংলাৰ ভিতৰৰ পৰা দৌৰি বাহিৰ হৈ আহিল। এটা প্ৰবল জোকাৰণিৰ শেষত আলোড়ন শাম কাটি গ'ল। সৌমীন আৰু দয়াৰাম বাংলাৰ ভিতৰলৈ পুনঃ সোমাই আহিল!

হাঁয় কি সৰ্ব্বনাশ! ঘৰৰ আচবাব পত্ৰাদি সকলোবোৰেই ঠিক আছে। কিন্তু উৎপলাৰ ফটোখন বেৰৰ পৰা পৰি, মাজিয়াত আৰ্চিখন টুকুৰা-টুকুৰ হৈ ভাঙি পৰি আছে। বন্তীগছিও পৰি ভাঙি চুৰমাৰ হৈ গৈছে। সৌমীনদত্তই মনে মনে প্ৰমাদ গণিলে আৰু সি যেন এটা দুঃসংবাদৰ আসন্ন বাতৰি পালে। তাৰ বেথা-বেদনাহত প্ৰাণ নিস্তেজ-নিষ্কৰ্ম্মা হৈ গ'ল।

সিফালে চন্দ্ৰচৌধুৰী! দীপান্বিতাৰ পিচদিনা পুৱাতে লাহৰীচাং বাগান তেওঁ ত্যাগ কৰিলে। চন্দ্ৰচৌধুৰীক সেইদৰে অৱমাননা কৰি সৌমীনদত্তই চাকৰিৰ পৰা বিতাৰিত কৰা দেখি বনুৱাবোৰেকত সিও এটা ভয়ঙ্কৰ আন্দোলনৰ সৃষ্টি হৈ উঠিল। বনুৱাসকল বিতুষ্ট হ'ল। তেওঁলোকৰ এটা সমদলে চন্দ্ৰচৌধুৰী যোৱাৰ বাটত কিছুদূৰ তেওঁক আগবঢ়াই দি আহিলগৈ।

চন্দ্ৰচৌধুৰীয়ে তেওঁলোকক ভয়ঙ্কৰ বিপ্লৱ কৰিবলৈ উচতনি দি লাহৰীচাং বাগানাৰ ধ্বংসাত্মকমূলক অভিসন্ধি দিলে। চন্দ্ৰচৌধুৰীও এনেকৈয়ে বিদায় হৈ গ'ল।

---

## ● দশমী

টেলিগ্ৰামখন পাই সুচৰিতা আৰু পদ্মকলিতা ৰ'ব নোৱাৰিলে এখন্তেকো। সুচৰিতাৰ ভনীয়েক মণিকাৰ হোপ্‌লেশ্‌ কনদিছন্‌। লৰালৰিকৈ তেওঁলোক তালি-টোপোলা বান্ধি গুচি গ'ল ডিব্ৰুগড়লৈ দীপান্বিতাৰ দুদিন আগতে। লগতে সিহঁতৰ চাকৰ লৰা মথুৰা—সিও গ'ল। সিহঁতৰ ঘৰখনত আৰু আন কোনো প্ৰাণী নথকাৰ বাবে তেওঁলোকে একেবাৰে তলা লগাই যাবলগীয়াত পৰিল।

সুচৰিতাৰ একেজনী ভনীয়েক মণিকা। কেবাদিনৰে পৰা তাইৰ অৱস্থা বেয়া বুলি তেওঁলোকে কেবাখনো চিঠি পাই আছিল। হাৰ্টৰ ট্ৰাবল্‌চ্‌। ঘৰৰ পৰা ডিব্ৰুগড় মেডিকেল কলেজলৈ তাইক লৈ যোৱা, আৰু শেষত তাইক অক্সিজেন দি ৰখাৰ কথালৈকে সিহঁতে চিঠিত খবৰ পাই আছিল।

কলিতা-দম্পতী সপৰিবাৰে ঘৰ এৰি যাবলগীয়া হোৱাত সেই টোলত মাত্ৰ ৰখীয়হে থাকিল উৎপলা—তাইৰ শয্যাগত পোনাকণক লৈ।

দীপান্বিতাৰ দিন। গধূলি। মোহনপুৰতো দীপান্বিতা হৈছিল।

দুখী-সুখী সকলোৰে দুৱাৰে দুৱাৰে মঙ্গল-দীপ। চৌদিশ-জোনালিময়। অমাৱস্যাৰ ঘন অন্ধকাৰৰ বিৰুদ্ধে বন্তীবোৰৰ আলোকৰ অভিযান!

কিন্তু মোহনপুৰত দীপান্বিতাৰ বন্তী নাই মাত্র এটি ঘৰত। সেইয়া উৎপলাৰ অকণমান ঘৰটো। লাহৰীচাং বাগানত সৌমীনদত্ত, আৰু মোহনপুৰত উৎপলা। অন্ধকাৰ! মোহনপুৰৰ আলোৰে আলোকিতময় দীপান্বিতাৰ মাজত তাইৰ অন্ধকাৰ ঘৰটো ভয় ভয় লাগি উঠিছে তাইৰ। পদ্মকলিতা সুচৰিতাহঁতো নাই। ঘৰ তলা বন্ধ। গোটেই টোলতো তাইৰ শয্যাশায়ী ছোৱালীজনীক বুকত লৈ কিবা এক ভয়াবহ গহীন গহীন লাগি উঠিছে তাইৰ। দীপান্বিতাৰ বন্তী নাই সিহঁতৰো। তাইৰতো নাইয়েই। ৰুগ্না ছোৱালীজনীৰ শিতানত মাত্র ধিমিক্-ধামাক্ কৰি জ্বলি আছে কেৰাচিনৰ কুপীলেম্‌টো। গোটেই টোলতো মাতবোল্ নাই। গহীন নিস্তব্ধ। অমাৱস্যাৰ অন্ধকাৰ। সেই ঠাইৰ পৰিবেশটো ভয়াবহ হৈ উঠিছে।

এনেকুৱা এটা ভয়াবহ দৃশ্যত উৎপলাই তাইৰ ৰুগ্না ছোৱালীজনী বুকত লৈ কি ভাবিব পাৰে।

সেইয়া তাইৰ পোনাজনীয়ে ভোকত 'মা' 'মা' বুলি চিঞৰি উঠিছে। তাই তাইক একো আহাৰ পথ্য দিব পৰা নাই। তাই হৈ গৈছে নিৰুপায়। জ্বলি উঠিছে তাইৰ অন্তৰত মাতৃত্বৰ ওপৰত একুৰা জ্বলাজুই।

কলিতাদম্পতী ডিব্ৰুগড়লৈ যোৱাৰ দিন ধৰি তাইৰ শয্যাগত ছোৱালীজনী অনাহাৰ। আহাৰ-পথ্য দিবলৈ এটা পইচা হাতত নাই তাইৰ। আৰু তাই বন্তী জ্বলাব ক'ৰ পৰা? বল্লেশ্বৰ মুদৈৰ কাষলৈ গ'লেও তাইৰ কিবা ফল ধৰিব জানো? নিষ্ফল। সকলো নিষ্ফল তাইৰ।

তাই ভাবি পাইছিল কলিতাদম্পতী তাইৰ জীৱনৰ পৰম হিতাকাঙ্খী লোক। তেওঁলোকে একো কৈ নগলেও দীপান্বিতাৰ দিনা

তাই যদি দুই চাৰিগছি বন্তীকে তেওঁলোকৰ দুৱাৰদলিত দিব পাৰিলেহেঁতেন। তাৰ কাৰণেও তাই অক্ষম। তাই আনকি সেইদিনা তাইৰ লক্ষ্মী-নাৰায়ণৰ ছবিখনৰ তলত চকুৰ পানীৰে তাইৰ মনোবেদনা প্ৰাৰ্থনা কৰিবলৈও এগছি বন্তীৰ পৰিমাণ তেল নাই। তাই একেবাৰে অসহায়। তাই জগতত একেবাৰে নিৰুপায়। সৌভাগ্য এন্ধাৰ তাইৰ।

তাইৰ কষ্টক্লিষ্ট মূহুৰ্ত্তবোৰত আনকি সৌমানদত্তৰ কোনো কথাই নাহে। মূহুমূহুঃ তাইৰ বুকুখন ভাগিবলৈ ধৰে— অন্যায়-অবিচাৰি ঘনশ্যাম ভট্টাচাৰ্য্য, দুঘোৰ দুৰ্নীতিপৰায়ণ, বিভৎস ব্যভিচাৰি ভৱানন্দ বৰুৱা! তাইৰ চকুপানীবোৰ মিহলি হৈ যায় ৰাতিৰ নীৰৱ নিস্তব্ধ এন্ধাৰবোৰত।

সেইয়া তাইৰ পোনাকণে আকৌ চিঞঁৰি উঠিছে 'মা'-'মা' বুলি। বুকু ভাগি গ'ল উৎপলাৰ। তাই আৰু চাই থাকিব নোৱাৰিলে তাইৰ পুতলীজনীৰ শেঁতা পৰি অহা মুখখনিলৈ। অসহ্য!

তাই বেৰৰ লক্ষ্মী-নাৰায়ণলৈ একদৃষ্টিৰে দৃষ্টিপাত কৰিলে। সকৰুণ কণ্ঠে কাকুতি কৰিলে তাই। ভগৱান! ভগৱান! তুমি মোৰ পোণাকণক এনেকৈ কিয় ৰাখিছা প্ৰভু! মই যে মাতৃ হৈ তাইক আৰু চাই থাকিব নোৱাৰোঁ। ভগৱান! তাইক তুমি মৃত্যু দিয়া প্ৰভু! তাইৰ এই জীয়া-যন্ত্ৰণা যে মই মাতৃ হৈ চাই থাকিব নোৱাৰা হৈছোঁ দয়াময়! হে কৃপাময়! তুমি এই অনুগ্ৰহ মোক কৰা প্ৰভু! তাইক মই কেনেকৈ কোনদিনা আৰু মানুহ কৰিম। তুমি তাইৰ মৃত্যু আনি দিয়া দয়াময়। অন্য নকৰিলেও তুমি এইখিনিকে অনুগ্ৰহ কৰা অন্তৰযামী! তাই মৰাই যে মঙ্গল। মৃত্যুয়েই যে এতিয়া তাইৰ চিৰশান্তি! তোমাৰ কাষত মোৰ আৰু অন্য প্ৰাৰ্থনা একোৱেই নাই প্ৰভু!

এইয়া বন্তী নুমাই যাব এতিয়া। লিখোঁ। মই লিখি থওঁ মই

মোৰ জীৱনৰ আত্মকাহিনী। ধিমিক্-ধামাক্ বস্তীৰ পোহৰত তাই কি লিখিলে কি নিলিখিলে তাক কোনে জানে?

উৎপলা হৈ গ'ল উন্মাদিনীপ্ৰায়। এতিয়া তাই কাক কি কয় তাই যেন নিজেই নেজানে।

তাই আকৌ এবাৰ লক্ষ্মী-নাৰায়ণৰ ছবিখনলৈ কাতৰ দৃষ্টিৰে চাই পঠিয়ালে। দুনয়নেদি দুধাৰি অশ্ৰু বাগৰি গ'ল। শোক্-গদ্-গদ্ কণ্ঠে তাই কান্দি উঠিল। এই জনহীন লোকালয়। তুমি ভিন্ন মোৰ কোন আছে প্ৰভু! মোৰ অন্তৰ্দাহ তোমাৰে ওচৰত নকৈ আৰু কাৰ ওচৰত কম কৰুণাময়! কোন আছে আৰু মোৰ। মই কি অপৰাধ কৰিছিলোঁ তোমাৰ?

কিছুপৰ নিস্তব্ধ হৈ ৰ'ল উৎপলা। নিমাত! নিৰুত্তৰ!

তাই বিষাক্ত জৰ্জ্জৰ যন্ত্ৰণা আৰু সহ্য কৰি থাকিব নোৱাৰিলে। তাই যি পাই তাকে কৈ যাব ধৰিলে অকলে অকলে উদ্দেশ্য কৰি লক্ষ্মী-নাৰায়ণৰ ছবিখনলৈকে। তুমি নিষ্ঠুৰ! নিষ্ঠুৰতকৈ তুমি আৰু নিষ্ঠুৰ! একেটী পুত্ৰৰ মাতৃক তুমিয়েই কৰিছা পুত্ৰহাৰা। একেটী কন্যাৰ জননীকো কন্যাহীনা কৰিছা তুমিয়েই। তুমি প্ৰৱঞ্চক, শঠ, তোমাত কোনো বিশ্বাস নাই। তোমাক আৰু কি বুলি যে ভৎর্সনা কৰিম। মোৰ দৰে অথাই সাগৰত ডুবি থকা কতজনে তোমাক কত চকুৰ পানীৰে প্ৰাৰ্থনা কৰিও তোমাৰ কৰুণা-ভিক্ষা লাভ কৰিব পৰা নাই। তেন্তে তুমি কি?

জগতত কত আছে দুৰন্ত দুৰ্ম্মদ অধৰ্মী অত্যাচাৰীহঁত! যি কোনো-দিনেই এদিনো তোমাক প্ৰাৰ্থনা কৰক দূৰতে যাওক, আনকি—তোমাৰ নাম পৰ্য্যন্ত এদিনো উচ্চাৰণ কৰি পোৱা নাই, তাক তুমি দিছা ঐশ্বৰ্য্য অতুল বৈভৱ। হৰ্ষ-আনন্দ, সম্পদ-বিলাসেৰে ভোগ কৰিবলৈ দিছা তাকেই চিৰজীৱন চিৰকাল। আৰু—জগতত যি দীন-দৰিদ্ৰ—যি একেবাৰে নিঃস্ব, একেবাৰে অসহায়—যি নিজে উপবাস-অনাহাৰে

থাকিও তোমাৰ পূজা-নৈবেদ্যৰ উপকৰণ—তোমাৰ আগত যাচি দিছেহি—যি তোমাৰ হাতৰ অকণমান করুণাৰ আশাতে তোমাকেই অশেষ প্ৰাৰ্থনা কৰি আছে—তাক তুমি সমূলে নিৰ্মূল কৰিছা! তাকেই তুমি কৰিছা পথৰ ভিখাৰি। তাকেই তুমি কৰিছা শ্মশানৰ উলঙ্গ চণ্ডাল! সিহঁতৰ চকুৰপানীৰে তুমি মহানন্দে পদধৌত কৰি আছা। অৰণ্যৰ ব্যাঘ্ৰক নিষ্ঠুৰ নিষাদে হস্তীপৃষ্ঠৰ পৰা বন্দুকৰ সৰু সৰু গুলিৰে বাৰম্বাৰ গুলি কৰি কৰি আনন্দ উপভোগ কৰাৰ দৰে, তুমিও দীন-দৰিদ্ৰবোৰক তেনেকৈ বাৰম্বাৰ জীৱন-যন্ত্ৰণা দি তিল-তিলকৈ মৰিবলৈ দি আনন্দ ভোগ কৰিছা। তোমাক বিশ্বাস নাই। তুমি বঞ্চিতজনৰ বঞ্চনা। তোমাক কটু ভৰ্ৎসনা কৰাৰ হেতুকে জগতে হয়তো মোকো ভৰ্ৎসনা কৰিব; মই জগতৰ নিন্দাবাদলৈ কোনো কৰ্ণপাত নকৰোঁ।

তুমি কেনে কৃপাময়! কেনে দয়াময়! কেনেকুৱা জগতৰ করুণাময় তুমি? ভুল! হয়তো এদিন ভুল কৰি কোনোবাই এই আখ্যা দিছিল তোমাক। হয়তো কোনোবাই তোমাকেই মাতি—তেওঁৰ সৌভাগ্যই দিয়া জীৱনৰ শুভ্ৰ সুন্দৰ আনন্দালোক লাভ কৰিছিল। সেয়েই ভুল কৰি তেওঁ লিখি গৈছিল তোমাৰেই কৃপাৰ প্ৰাধন্য বুলি।

এদিন তুমি নিয়তিৰ সিদ্ধান্ত তুলিকাৰে ভাগ্যত যি লিখি গৈছিলা আজি তোমাৰ কাষত হেজাৰ প্ৰাৰ্থনা, হেজাৰ কাকুতিত তাৰ সংশোধন তুমি কৰিব পাৰিবা জানো? আজি তোমাৰ মন্দিৰৰ হেজাৰ বনফুল-বলিদানত হেজাৰ ধূপ-দীপ-নৈবেদ্যত তুমি দুৰ্ভাগ্য-লিপিৰ পৰিবৰ্ত্তে এজনৰ সোণৰ সৌভাগ্য ফিৰাই আনিব পাৰিবা জানো?

সেয়ে আজি মোৰ প্ৰাৰ্থনাত তুমি নিৰুত্তৰ! সেয়ে আজি তুমি শক্তিহীন। তুমি বন্দী তোমাৰ নিজৰ হাতেৰেই।

সেয়ে আজি মই দুৰ্ম্মদ সাহসেৰে তোমাক কৈ যাবলৈ দ্বিধাবোধ কৰা নাই। মোৰ প্ৰাৰ্থনাত যদি তুমি অনুগ্ৰহ কৰিব নোৱাৰা, তেন্তে, মই তোমাৰ প্ৰতি কৰা কটু কদৰ্য্য ভৎৰ্সনাত তুমি মোক অন্যায়, অমঙ্গল, অভিসম্পাৎ কৰিব পাৰিবা জানো? মোৰ দুৰ্ভাগ্য অথবা সৌভাগ্যৰ ওপৰত তোমাৰ কোনো অধিকাৰ নাই। মোৰ পূৰ্ব্বজন্মৰ ভাগ্যই স্বতঃসিদ্ধ।

হয়তো মোৰ প্ৰাৰ্থনা তুমি আজি নুশুনিবও পাৰা। কিয়নো হয়তো এই বিৰাট বিশ্ব-ব্ৰহ্মাণ্ডত তুমি আজি নাই! সঁচাকৈয়ে হয়তো আছিলা এদিন, হয়তো সচাঁকৈয়ে তোমাৰো মৃত্যু হৈছে আজি! আৰু তেন্তে তোমাৰ প্ৰতি কৰা মোৰো প্ৰাৰ্থনা—এই ভৎৰ্সনা সকলো বাতুল মাত্ৰ। সকলো ব্যৰ্থ—সকলো ভুল!

অৱশ্যে তোমাৰ মৃত্যুও একো অসম্ভৱ নহয়। প্ৰমাণ আছে তাৰ। জাজ্বল্য প্ৰমাণ আছে। উত্তৰাধিকাৰী নথকা মৃতকৰ মৃত্যুৰ পিচত তেওঁৰ অগাধ সম্পত্তি দৈত্য-দানৱে লুণ্ঠন কৰাৰ দৰে, লুণ্ঠিত হৈছে তুমিও এৰি যোৱা তোমাৰ অনন্ত অন্তৰীক্ষৰ নিভৃত নিহিত ৰত্ন গ্ৰহ-চন্দ্ৰ! দুঃসাহসী নিৰ্ভীক—লোকালোকে তাক এতিয়া কৰিব উপভোগ। তেন্তে নিশ্চয় কি তুমি নাই?

হয়তো সচাঁকৈয়ে তুমি যদি আছা—কৈ যাওঁ তোমাকেই। মোৰ কাৰণে নহয়। তোমাৰ কাৰণেই। তোমাৰ চৰণতলৰ কাৰণেই বিচাৰিছিলোঁ এগছি বন্তীৰ পৰিমাণ তেল। তাতো তুমি কাৰ্পণ্য কৰিলা। তোমাৰ প্ৰাৰ্থনা-পূজালৈও তুমি মোক বঞ্চিত কৰিছা। মোৰ বুজিবলৈ আৰু বাকী নাই। মোৰ দৰে এনে হতভাগিনীৰ হাতৰ প্ৰাৰ্থনা হয়তো তোমাৰ কাষত ঘৃণ্য, অস্পৃশ্য। সেয়ে হ'ক তেন্তে বাৰু! ময়ো তোমাক মুখৰ একাষাৰ বাণীৰেও আৰু প্ৰাৰ্থনা নকৰোঁ-নকৰোঁ—নকৰোঁ। চাঁদসদাগৰে বাওঁহাতেৰে হলেও পদ্মাৱতীৰ পূজা দি পুত্ৰ-ভিক্ষা কৰিছিল। মই কিন্তু এতিয়া কোনো পূজাৰেই মোৰ

কন্যা-ভিক্ষা নকৰোঁ তোমাক। মোৰ পূৰ্ব্ব জন্মৰ ভাগ্য আৰু নিয়তি স্বতঃসিদ্ধ। মই তোমাক হাজাৰ অত্যাচাৰ কৰিলেও মই মোৰ অহা ভাগ্য অথবা নিয়তিৰ ওপৰত তুমি কোনো হস্তক্ষেপ কৰিব নোৱাৰা জানা। তুমি কেৱল দয়া-স্নেহ-কৰুণাৰ বুলি এখন ভণ্ড ছদ্মবেশী ছবি মাত্র।

তুমি মোক শাস্তি দিব নোৱাৰিলা। সেয়ে মোৰ শাস্তি মই নিজেই কৰি লম।

বহুপৰ প্রলাপ বকি উৎপলাই লক্ষ্মী-নাৰায়ণৰ ছবিখন বেৰৰ পৰা আঁজোৰ মাৰি টানি আনিলে। আৰু সেই মাটীত টুকুৰা-টুকুৰ কৰি ছবিখন চূর্ণ-বিচূর্ণ কৰি পেলালে। এয়ে মোৰ শাস্তি! এয়ে মোৰ শাস্তি! হয়তো জগতত মোৰ দৰে কত হতভাগা-হতভাগিনীয়ে তোমাৰ পৰা নেপালেও—এইয়া হয়তো মোৰ এই সুন্দৰ অভিনয়ত কিছু নহয় কিছু শান্তি পাব। হয়তো মই তোমাক কৈ যোৱা কথা হয়তো তেওঁলোকেও এদিন তোমাৰ কৰবলৈ বাধ্য হব। সেয়ে তেওঁবিলাকৰো শেষ শাস্তি!

নিশা ১০ বাজি গ'ল। মোহনপুৰৰ দীপান্বিতাৰ বন্তী নাইকীয়া হ'ল। পৃথিৱী নিস্তব্ধ। অমাবস্যা পুনঃ সেই নিবিড় অন্ধকাৰ অমাৱস্যা হৈয়েই থাকিল।

উৎপলাৰ ক্ষীণ বন্তীগছ ধিপ্ কৰি নুমাই গ'ল। তাই ভয়ত্রস্তে সাৱট মাৰি ধৰিলে তাইৰ পোনাজনীক।

———

## ● একাদশ

সুনীতিদেৱী গাৰ্লচ্ কলেজৰ নতুন প্ৰিন্সিপেল হৈ আৰু নতুনকৈ ৰিপেটাৰ হোৱা প্ৰিন্সিপেল্ কোৱাৰ্টাৰ অধিকাৰ কৰিয়েই তাত এইবাৰ ভৱানন্দ বৰুৱাই বৰ আড়ম্বৰেৰে দেৱালি-উৎসৱ সমাপন কৰিলে। কলগছ কেইজোপা যে পুতিলে,—কিমান যে বন্তী জ্বলালে তেৱেঁই জানে। কলেজৰ কোৱাৰ্টাৰত ইতিপূৰ্ব্বে ইমানবোৰ জাক্‌জমক সাজ-সজ্জা কোনো প্ৰিন্সিপেলেই কৰা নাছিল। সেইদিনা লগতে তেওঁৰ বচি ঘনিষ্ঠতা থকা কেইগৰাকীমান পুৰুষ আৰু মহিলা প্ৰফেচাৰ আৰু গভৰ্ণিংবডিৰ মেম্বাৰক তেখেতে ঘৰলৈ নিমন্ত্ৰণ কৰি ভালকৈ জা-জলপানেৰে তেওঁলোকক আপ্যায়িত কৰি পঠিয়ালে।

ভৱানন্দ বৰুৱাক কলেজৰ কৰ্ত্তৃপক্ষই অন্যায়ভাবে লেক্‌ছাৰাৰ পদবীৰ পৰা হঠাৎ প্ৰিন্সিপেল-পদলৈ প্ৰমোচন দি লৈ যোৱাৰ অভিযোগতে তেতিয়ালৈকে দেশৰ জনতাৰ দ্বাৰা কাগজে-পত্ৰে খুব জোৰ লিখা-লিখি চলি আছিল।

ভৱানন্দই এটা উৎসৱৰ আলমতে কলেজৰ গুৱিধৰোঁতা সকলক নিমন্ত্ৰণ কৰি আনি এই অৱসৰতে ভালকৈ খুৱাই-ধুৱাই তেওঁ হাত কৰি ৰাখিলেহি।

তথাপি ভৱানন্দ বৰুৱাৰ অন্তৰখনত ইমান ভয় ভয় কিয়? কিহৰ? গোলাঘাটত সজা তেওঁৰ নিজা ৰিংকংক্ৰিটৰ দুইতালা ঘৰটো বিল্ডিংটো দেখি তেওঁৰ বুকুখন কঁপি উঠে কিয়? তেওঁৰ নতুন এম্‌বেছেডৰখন দেখি মনটো ভাৰ হৈ যায়। কলেজৰ প্ৰিন্সিপেল ৰুমত থকা ৺নীলকমল চৌধুৰীৰ ছবিখনলৈ তেওঁ চাব নোৱাৰে কিয়? তেওঁৰ কলেজৰ ভাইচ্ প্ৰিন্সিপেল লোকনাথ ভূঞাক দেখিলেই তেওঁৰ মনতো সঙ্কোচ লাগি উঠে।

সেইয়া লাহৰীচাং বাগানৰ অপৰ্যাপ্ত ধন আত্মসাৎ কৰাৰ তেওঁৰ অন্যায় গৌৰৱ! দুইতালা বিল্ডিং, এম্‌বেছেডৰ আৰু এখন কলেজৰ প্ৰিন্সিপেলপদ। অন্যায়ৰ অৰ্থই আনি দিলে তেওঁক এখন প্ৰকাণ্ড ক'লা মেঘৰ তলত এচমকা ক্ষন্তেকীয়া উজ্জ্বল ৰদালি

৺নীলকমল চৌধুৰীৰ ছবিখনলৈ তেওঁ চাব নোৱাৰে কিয়? ৺নীলকমল চৌধুৰীৰ মুখখনিলৈ দৃষ্টি পৰিলেই তেওঁৰ বুকুখন ধিপ্ ধিপ্—ধিপ্ ধিপ্ কৰি উঠে। ৺নীলকমল চৌধুৰীয়ে উৎপলাৰ সেই ইন্টাৰভিউৰ দিনাৰ অন্যায় অবিচাৰ সকলোবোৰেই যেন চকুৰে তেওঁ নিজে দেখি আছিল, মুখেৰে মাত্ৰ মাতিব পৰা নাই তেওঁ। তেওঁৰ কন্যা উৎপলাক ভৱানন্দ বৰুৱাই দেখাদেখিকৈ দিনৰ সূৰ্যৰ পোহৰতে মহাঅন্যায় কৰা তেওঁ যেন সকলোবোৰ দৃষ্টিত পৰি আছে। ভৱানন্দ বৰুৱাৰ আনকি প্ৰিন্সিপেল পদবীয়েও তেওঁক কিছুমান সংশয়-সন্দেহ আৰু দুৰ্ভাৱনা দি যেন আগুৰি ধৰি আছে।

উৎপলা দত্ত সেইদিনা চাকৰিৰ বাবে কলেজলৈ নিজ হাতে দৰখাস্তখন দিবলৈ আহোঁতে ৰাস্তাৰ কাষেদি তাইৰ প্ৰিন্সিপেল কোৱাৰ্টাৰটো চকুত পৰি তাই কি ভাবি উঠিছিল। তাইয়ো এদিন সেই কোৱাৰ্টাৰতে বাস কৰিছিল। দেউতাক ৺নীলকমল চৌধুৰী কলেজৰ প্ৰিন্সিপেল হৈ থকা অৱস্থাত সিহঁতৰ শিৱসাগৰৰ নিজা বাসগৃহ এৰি আহি তাই তাত দেউতাকৰ লগতে কতদিন কটাই গৈছিলহি।

গৰমকালি সেইখন বাৰান্দাতে বেটৰ ইজি বেঞ্চখনতে বহি তাই দেউতাকৰ লগত কত ৰাতিলৈকে কথা-বতৰা পাতি আছিল। সেইবোৰ স্মৃতি-বিজড়িত ছবি তাই আজিও পাহৰি যাব পৰা নাই। কোৱাৰ্টাৰৰ পিচফালৰ পকীনাদটোত তাই নিজ হাতে এটা নতুন বাল্টি আৰু পানীতোলা এডাল দীঘল নতুন শিকলি তাইয়েই লগাই থৈ গৈছিল—বোধকৰোঁ সেইদিনাও সি আছে নিশ্চয়।

কোৱাৰ্টাৰটোৰ সন্মুখ ঠাইখিনিতে সেইয়া এখন বহল বাৰান্দা। লনখনৰ পৰা প্ৰায় দেড়ফুটমান ওখ—বাৰান্দাখনৰ কিনাৰে কিনাৰে সেইয়া—সেইবোৰ নানাতৰহৰ পাত-ফুলেৰে সজ্জিত পুৰণি গাম্লবোৰ। ঠিক দুৱাৰখনৰ তলতে সন্মুখত নাৰিকলৰ ৰচিৰে সজা ওৱেলা-কাম্ লিখা এখন নতুন ভৰিমচা আছিলা; ঠিক আজিও মনত আছে তাইৰ।

প্ৰিন্সিপেল-কোৱাৰ্টাৰলৈ অহা দীপান্বিতাৰ নিমন্ত্ৰিত ভদ্ৰলোক ভদ্ৰমহিলাসকল নাইকীয়া হৈ গ'ল।

ৰাতি প্ৰায় চাৰে দহমানেই বাজি গ'ল। মোহনপুৰৰ দীপান্বিতাৰ চতুৰ্দ্দিক-বস্তীবোৰ নিৰ্ব্বাপিত হ'ল। অমাৱস্যাৰ অন্ধকাৰৰ বিৰুদ্ধে পোহৰৰ অভিযান চলোৱা উজ্জ্বল প্ৰদীপবোৰৰ পৰমায়ু শেষ হৈ গ'ল। অমাৱস্যাৰ সেই নিশা আকৌ সেই অন্ধকাৰ অমাৱস্যাৰ নিশাতে পৰিণত হ'ল। বৰুৱা-দম্পতী আৰু তেওঁলোকৰ লৰা-ছোৱালী কেইটাও দেৱালিৰ আমোদ-প্ৰমোদৰ ভাগৰতে পৰি টোপনি গ'ল। ৰাতি পুৱাবলৈও প্ৰায় আৰু ৬ ঘণ্টা। লাহে লাহে অমাৱস্যাৰ নিশাও শেষ হৈ গ'ল। ৰজনী প্ৰভাত হ'ল।

প্ৰিন্সিপেল বৰুৱাৰ বাৰান্দাৰ তলৰ লনখনলৈ তেওঁৰ এমবেছেডৰখন সোমাই অহা ডাঙৰ কাঠৰ গেটটোত কোনো তলা-চাবি নাছিল। আজি আনিম-কালি আনিম কৰি থাকোঁতেই গৈছে। সেইকাৰণে কোনো মটৰ-গৰেজ নথকাৰ গতিকে গাড়ীখন ৰাতি লনখনতেই ৰখা হৈছিল। আৰু খুব পুৱাতে দুৱাৰ খুলি

বৰুৱাৰ পাৰ্‌চনেল্‌ অৰ্ডাৰলি খগেন চহৰীয়াই আহি গাড়ীখন চোৱা এটা তাৰ হেবিট্‌ হৈ পৰিছিল।

সেই দীপান্বিতাৰ পিচদিনাও খুব পুৱাতে ভিতৰৰ পৰা শয্যাত্যাগ কৰি আহি খগেনে অন্যদিনাৰ দৰে বাহিৰৰ দৰজাখন খুলিলেহি। গাড়ীখন কেনে আছে সি চাব। দৰজাখন খোলামাত্রে সি উচপখাই উঠিল। তাৰ গোটেই গাৰ নোমবোৰ শিয়ঁৰি গ'ল। নোহোৱা নোপজা কাণ্ড! ঠিক দুৱাৰমুখতে দুৱাৰ খুলি সোমাই আহিব নোৱাৰাকৈ পৰি আছে বাৰান্দাতে এগৰাকী তিৰোতা আৰু তাইৰ বুকত এটী সৰুছোৱালী।

সি ভয়ে ভয়ে বুকুখনত অকণমান বল বান্ধি কৈ উঠিল—হে—ৰা মানুহজনী! হেৰা, তুমিনো এইখনতহে আহি টোপনি মাৰিব পাৰিলাহিনে হোঁ! ভাল হৈছে দিয়া। উঠা—উঠা! উঠি য'ৰ মানুহ তলৈ গুচি যোৱাগৈ!

কোনো সাৰ শব্দ নাই। নিস্তব্ধ!

মানুহগৰাকীৰ কোনো সাৰ-শব্দ নোহোৱা দেখি--খগেন চহৰীয়াই এইবাৰ বৰকৈ চিঞৰিবলৈ ধৰিলে—বোলো—হেৰা মানুহজনী, বৰ আয়ম পাইছা নহয়? উঠা—উঠা! হেৰা, মোক যাবলৈ দিয়াছোন।

নিস্তব্ধ! নিৰুত্তৰ!

খগেন চহৰীয়াৰ বৰৈপুৱাতে গগন-ফলা চিঞৰ শুনি ভিতৰত বিছনাৰপৰা সাৰ পাই উঠি বহিল ভৱানন্দ বৰুৱা। এই বৰৈপুৱাতে ইয়াৰনো কি হ'ল - এনেকৈ চিঞৰি উঠিছে কিয়।

ইমান গগনফলা চিঞৰতো মানুহগৰাকীৰ কোনো লৰচৰ, সাৰি শব্দ নোহোৱা দেখি খগেন আৰু ভয়ত্রস্ত হৈ পৰিল। সি নিজে অলপ বেঁকাকৈ হাউলি তিৰোতাজনী আৰু সৰু ছোৱালীজনীক ভয়-সংশয়েৰে খুব সতর্কতাৰে যেনেকৈ তেনেকৈ জুমি-জামি চাবলৈ

ধৰিলে। তাৰ বুকুখন চিৰিং কৰি উঠিল। যেতিয়া সি চিনি পালে সেইগৰাকী সিদিনা অলপতে কলেজত ইণ্টাৰভিউ দিবলৈ অহা তিৰোতাজনী দেখোন। সেইদিনা তাইৰ লগত অহা সেই ছোৱালীজনীও।

খগেন চহৰীয়া তৎক্ষণাত দৌৰ মাৰি উধাও খাই ভিতৰলৈ সোমাই গ'ল।

ভৱানন্দ বৰুৱাই সি তেনেকৈ আতুৰহৈ সোমাই দৌৰি যোৱা দেখি কৈ উঠিল,—এই বৰৈপুৱাই ইমান চিঞঁৰ-বাখৰ কিহৰ ?

খগেনে একেবাৰে ভৱানন্দৰ বিচনা-কাষ পালেগৈ। দেউতা, আহকছোন আহক! বৰ ডাঙৰ কাণ্ড!

ভৱানন্দই পিন্ধি শুই থকা শ্লিপিংচুত্ যোৰেৰেই ভৰিত চেণ্ডেল যোৰ স্থমুৱাই থৰ্ কাঁছুতি নোহোৱাকৈ আহি তুৱাৰমুখ পালেহি! আৰু তেৰোঁ আহি সেই একেটা দৃশ্যকে চকুৰে দেখিলেহি। ইকি কাণ্ড খগেন ? ভৱানন্দৰ বুকুখন কঁপি উঠিল।

দেউতা, মানুহগৰাকীক ইমানকৈ চিঞঁৰি জগাইছোঁ, তেওঁৰ দেখোন কোনো সাৰি-শব্দই নাই। আৰু এই মানুহগৰাকী দেখোন আমাৰ কলেজত সিদিনা ইণ্টাৰ্ভিউ দিবলৈ অহা তিৰোতাজনী। এইজনীও তাইৰে ছোৱালী নহয়।

ভৱানন্দ বৰুৱাই আহিয়েই তিৰোতাজনীৰ মুখখনলৈ ভালকৈ নিৰীক্ষণ কৰিছিল। তিৰোতাগৰাকীৰ মুখখন তেওঁৰ দৃষ্টিত পৰা মাত্ৰকেই তেওঁ জানি লৈছিল—সেইজনী উৎপলা দত্ত—সিদিনা তেওঁৰ কলেজলৈ ইণ্টাৰভিউ দিবলৈ আহিছিল। তেওঁৰ মূৰচূৰ গৰম হৈ গ'ল। খগেন, মানুহগৰাকীক আকৌ এবাৰ ভালকৈ জগাই চাছোন। তেওঁৰ বুকুখন কঁপি উঠিছে। কণ্ঠৰোধ হৈ গ'ল তেওঁৰ।

আৰু এবাৰ খগেনে ছোৱালীজনী আৰু তিৰোতাজনীক গাত

কোনো স্পৰ্শ নকৰাকৈ বিশেষভাবে চাই উঠিল। দেউতা, কাণ্ড বৰ বিষমেই।

কিনো কৈছ তই খগেন।

মই ঠিকেই কৈছোঁ দেউতা। কাণ্ড বৰ ভয়ানক। ছোৱালীজনী আৰু তিৰোতাগৰাকী মৰি আছে দেখোন দেউতা!

ভৱানন্দ বৰুৱাই ভয়তে কম্পমান হৈ কৈ উঠিল। মৰি আছে!

হয় দেউতা। মই আৰু মৰামানুহ চিনি নেপাওঁনে?

ইমানখিনি খগেন চহৰীয়া আৰু ভৱানন্দৰ কথোপকথনতে ঘৰৰ লৰা-ছোৱালী আৰু বৰুৱাৰ সহধৰ্ম্মিণী গিৰ্-গিৰকৈ যেনে আছিল তেনেকৈ বিচনাৰ পৰা উঠি আহিল। এবেলাগে দুৱাৰমুখত দুটা মৰা শ! সিহঁতবোৰৰো ভয়ত ধৰ্-কাছুটি নোহোৱা হ'ল।

ঘৰখনত অকস্মাৎ এটা আতঙ্কৰ সৃষ্টি হৈ পৰিল। আৰু ইজনে সিজনে কিবা গোলাগোপাকৈ কথাবোৰ কাণে-কাণে ফুচ্-ফাচ্কৈ কোৱাকুই কৰিবলৈ ধৰিলে।

ভৱানন্দই সবিস্ময়ে ক'লে,—খগেন, পিচে, সিদিনা ইণ্টাৰভিউ দিবলৈ অহা মানুহগৰাকীয়েই বুলি তই পিচে খাতাংকৈ চিনি পাইছনে?

চিনি আৰু নেপাবলৈ কিটো আছে দেউতা। কিন্তু, ইয়াতে এটা কথা দেউতা। মোৰ বেচ্ মনত আছে। সিদিনা ইণ্টাৰভিউৰ দিনা তেওঁৰ হাতত দুপাত বালা দেখিছিলোঁ। আজি এপাতহে দেখোন।

তেন্তে, ইও এক গুৰুতৰ সমস্যাৰে কথা হৈছে দেখোন। মোৰ বৰ—ভয় লাগি উঠিছে। বুকুখন মোৰ বাৰবাৰ ধপ্ ধপ্ কৰি উঠিছে কিয়? পিচে—এতিয়া কথা হ'ল—ছোৱালীজনীক আৰু তিৰোতাজনীক কোনোবাই হত্যা কৰি ইয়াত আনি পেলাই যোৱা যেন অনুমান হয়, নে আত্মহত্যা কৰা বুলিয়েই অনুমান হয়? মোৰ বাবান্দাত

কোনোদিনে নোহোৱা নোপজা এনেকুৱা মানুহৰ মৰাশ। বৰ আচৰিত!

দেউতা।

ৰ, খগেন। মইযে কি কৰোঁ—কি নকৰোঁ যেন লাগিছে। মোৰ বুকুখন থৰ্‌থৰ্‌ কৰি কঁপিব ধৰিছে। ডিঙি শুকাই গৈছে। মই মুখেৰে নিজে কিযে কৈছোঁ—কিযে নকৈছো নিজেই একো ঠাওৰিব পৰা নাই। ইকি কাৰোবাৰ হত্যা—নে আত্মহত্যা একো বুজি উঠিব পৰা নাই।

নহয় দেউতা, এইয়া কোনেও হত্যা কৰা নহয় দেউতা। ছোৱালীজনী আৰু তিৰোতাগৰাকীয়ে কিবা বিহ খাই আত্মহত্যা কৰা যেনহে লাগিছে।

আত্মহত্যা! মোৰ ঘৰৰ বাৰান্দাত আহি আত্মহত্যা! খগেন মই কি কৰোঁ এতিয়া। কি বীভৎস কাণ্ড! এইয়া মোৰ লৰা-ছোৱালী তিৰী-তিৰোতা সকলোবোৰেই হাঁহাঁকাৰ কৰি উঠিছে। ঘৰ হুলুস্থুল হৈ পৰিছে। বাহিৰৰ লোকালোক আহি মোৰ চোতাল এতিয়া ভৰি পৰিবহি। মই কাক কিমান সমিধান দিম।

নহয় দেউতা, আপুনি আৰু ইফালসিফাল নকৰিব। আপুনি দেউতা, ইমান অধৈৰ্য্য নহব ৰবছোন। অইন কথা আৰু একো নহয়। আপুনি এইদণ্ডে পুলিচলৈ ফোন্ কৰক। অথবা গাড়ীখন লৈ গ'লেও যাব পাৰে। পুলিচৰ বাহিৰে আমাৰ আৰু অন্য উপায়েই বা আছেকি! আত্মহত্যাকাৰিনীয়ে নিজে মৰিতো গৈছেই, আৰু আমাকো মাৰি যাবলৈ বিছাৰিছে।

অৱশ্যে খগেন, ঠিকেই কৈছ। পুলিচৰ বাহিৰে এতিয়া আৰু আমাৰ অন্য উপায় নাই। এই কথা এতিয়া লাহে লাহে ৰাষ্ট্ৰ হৈ যাব। বাটৰ বাটৰুৱাই আহি বৈ বৈ চাই যাবহি। মই ধৈৰ্য্য ধৰি থাকিব পৰা নাই। ভিতৰত লৰা-ছোৱালিবোৰৰ কন্দা-কটা লাগি উঠিছে। মই ফোন্ কৰি দিওঁগৈ পুলিচলৈ এতিয়াই।

ভৱানন্দ বৰুৱা থৰকাচুতি নোহোৱাকৈ ভিতৰলৈ সোমাই গ'ল। তেওঁ তেওঁৰ ঘৰৰ ভিতৰকমত থকা ফোনটো ধৰিলেগৈ আৰু তেওঁৰ বাৰান্দাত মৰি পৰি থকা মৃতদেহ দুটাৰ বিষয়ে সকলো কথা পুলিচৰ ইনচাৰ্জ্জৰ আগত বিবৰি কৈ গ'ল। ইনচাৰ্জ্জজনে অতি সোনকালেই আহি পাবহি বুলি তেওঁক সমিধান দিলে।

এজন অপ্ৰকৃতিস্থ উন্মাদৰ দৰে ভৱানন্দ বৰুৱা ঘৰটোৰ ভিতৰতে ইফালে সিফালে এনেয়ে ঘুৰাঘুৰি কৰি থাকিবলৈ ধৰিলে। পাপ। সি কেতিয়াও লুকাই নেথাকে। লুকাই থকা আগ্নেয়গিৰিৰ উদ্গীৰণ এদিন হবই হব।

উৎপলা, ইলাক্ষীৰ মৃতদেহত আহি সূৰ্য্যৰ ৰঙা ৰ'দ পৰিলহি। ৰাস্তা-পদূলিৰ মানুহ লাহে লাহে আহি ভৰিলহি। ওচৰচুবুৰীয়া য'ত যেনেকৈ—লৰা, বুঢ়া, ডেকা, গাভৰু আছিল ত্ৰস্তবেগে আহি বৰুৱাৰ চোতাল ভৰি পৰিলহি। প্ৰিন্সিপেল্-কোৱাৰ্টাৰৰ কাষতে থকা ছোৱালী-হোষ্টেল দুমহলা বিল্ডিংটোৰ পৰাও ছোৱালীবোৰে দলে দলে আহি প্ৰিন্সিপেলৰ ঘৰৰ বাহিৰে ভিতৰে ভৰি পৰিলহি।

প্ৰিন্সিপেল অথিৰ। তেওঁ পৰি আছে এখন বিচনাত। তেওঁক এখন তালপাতৰ বিচনীৰে বিছি দি আছে তেওঁৰ সহধৰ্ম্মিনীয়ে। প্ৰিন্সিপেলৰ অৱস্থা দেখি হোষ্টেলৰ ছোৱালীবোৰে ফু-ফাকৈ নানা কথা কবলৈ ধৰিছে।

ভৱানন্দ বৰুৱাই পোনপ্ৰথমে আহিয়েই উৎপলাক দেখি চিনি পাইছিল। আনকি তাইৰ ছোৱালীজনীকো। তেওঁ মনৰ পৰা এক প্ৰকৃত সত্য শুনিবলৈ পাইছিল যে—সেই কলেজৰ চাকৰিৰ হেতুকেই, উৎপলাক দেখাদেখিকৈ ঘোৰ অন্যায়-অবিচাৰ কৰাৰ গতিকেই, তাই জীৱনৰ সৰ্ব্বস্ব জলাঞ্জলী দি আহি প্ৰিন্সিপেলৰ দুৱাৰ মুখতে আত্মহত্যা কৰিছেহি। ভৱানন্দৰ প্ৰতি সেয়ে তাইৰ জীৱনৰ শেষ প্ৰতিশোধ আৰু তাইৰো জীৱনৰ চিৰশান্তি! এই একাবাৰ

সত্যৰ সমুজ্জ্বল উত্তৰ তেওঁৰ অন্তৰৰ পৰা আৰু এৰা নিদিলে, বৰং অন্তৰ্নিহিত হৈ ৰ'ল। তাৰেই জ্বলন্ত সংঘাত ভৱানন্দৰ অন্তৰখনত এতিয়া খুন্দিয়াখুন্দি কৰিবলৈ ধৰিছে।

হাঁয়! কি বিচিত্ৰ লীলা! ক'ত সেই লাহৰীচাং বাগানৰ সৌমীনদত্ত আৰু ক'ত এইয়া উৎপলা দত্ত—ভৱানন্দ!

লাহৰীচাং বাগানৰ স্বামী সৌমীনদত্তক প্ৰতিশোধ লোৱাবলৈ ভৱানন্দ বৰুৱাৰ ঘৰৰ দুৱাৰমুখলৈ উৎপলাক অনালে কোনে? তাইক মৃত্যুৰ ইচ্ছাশক্তি দিলে কোনজনে? তাইৰ সেই আত্ম-বলিদান যদি ভৱানন্দৰ প্ৰতি স্বামীৰ প্ৰতিহিংসাই হয়, তেন্তে, ভৱানন্দই লাহৰীচাং বাগানৰ ওপৰত কৰা আত্মসাৎ-প্ৰৱঞ্চনাৰ কথা সৌমীনদত্তই উৎপলাক কোনোদিনে কৈছিল জানো? নাই কোৱা, সেই ইতিহাস সি তাইৰ আগত কোৱা নাছিল কোনোদিনে। তেন্তে—ই ক'ৰ বিস্ফুৰিত অগ্নি-স্ফুলিঙ্গ!

গ'ল। উৎপলা গ'ল। লগতে গ'ল তাইৰ একমাত্ৰ পুতলীজনী ইলাক্ষী! বিশ্ব-বিদ্যালয়ৰ ডিগ্ৰীধাৰী শ্ৰীমতী উৎপলা দত্ত এম, এ। জগতত আৰু নাই। লক্ষ লক্ষ যোনী ভ্ৰমণ কৰি আহি পোৱা দুৰ্লভ মানৱী-জীৱন, সুন্দৰ এক ৰমণীয় যৌৱন—সংসাৰৰ সুখ-বিলাস-বৈভৱ কোনোতোৰেই প্ৰয়োজন নোহোৱা হৈ গ'ল তাইৰ। জগতৰ ওপৰত কি বিতৃষ্ণা—কিযে ধিক্কাৰ! মানুহৰ ওপৰত কদৰ্য্য ঘৃণা! নিজৰ পেটৰ ছোৱালীৰ প্ৰতি নিৰ্ম্মম নিষ্ঠুৰ অত্যাচাৰ! সকলো গ্ৰহণ কৰিলে তাই। আৰু সকলো শেষো কৰি গ'ল এটি নিশ্বাসৰ বতাহতে!

হাঁয়! হাঁয়! পৃথিৱীয়ে তাইক ফুল দি হাতত ধূলি ছটিয়াই দিলে নয়নত!

উৎপলা গ'ল—য'ত সৌমীনদত্তৰ নিচিনা এজন মদ্যাসক্ত মদগৰ্ব্বী স্বামীক আৰু কোনোদিনে তাই সাক্ষাৎ নেপায়। য'ত ঘনশ্যাম

ভট্টাচাৰ্য্যৰ দৰে এজন ঠগ, প্ৰতাৰকক তাই ন্যায্য প্ৰাপ্যৰ কাৰণে অনুনয় কৰিব নেলাগে, য'ত ভৱানন্দ বৰুৱাৰ নিচিনা এজন দুৰ্ঘোৰ দুৰ্নীতিপৰায়ণ লোকৰ ওচৰত প্ৰাৰ্থনাৰ আঁচল পাতিব নেলাগে। উৎপলা গ'ল—সেই ঠাইলৈকে! চিৰনিভৃত—চিৰনিস্তব্ধ!

ইলাক্ষীয়ে গ্লাক পেটৰ ভোকত তাইক 'মা' 'মা' বুলি কেতিয়াও কোনোদিনে চিঞঁৰি নুঠে। বক্লেশ্বৰ মুদৈয়েও এপোৱা চাউলৰ কাৰণে তেওঁৰ দোকানৰ দুৱাৰদলিত দুঘণ্টাপৰ আৰু থিয়দাই ৰাখিব কাক?

আত্মহত্যা! বিচাৰে কোনে? কাৰে কোনে? যি জগতৰ অসহ্য অপৰিসীম অধৈৰ্য্যত জীৱনভৰা জৰ্জ্জৰ যন্ত্ৰণাৰ পাৰবৰ্ত্তে এটি মুহূৰ্ত্ততে বিচাৰে বিৰাট শান্তি। আত্মহত্যা কাৰে সেয়ে। জীৱনৰ সেইবোৰ দুৰ্দ্ধৰ্ষ জ্বালা-যন্ত্ৰণাৰ তলতেই লুকাই থাকে কদৰ্য্য-কুৎসিত আত্মহত্যাৰ ভয়ঙ্কৰ ৰাক্ষস! উৎপলায়ো জীৱনত বিচাৰি পালে তাকেই। কিন্তু বিচাৰি পালে ক'ত বিষাক্ত অমৃত কোনে জানে?



## ● দ্বাদশী

বহুলোক। বহু জনতা।

মৃতা উৎপলা, ইলাক্ষীক বেঢ়ি চাৰিওফালে ঘৰে-বাহিৰে অসংখ্য লোক। ভৱানন্দৰ প্ৰিন্সিপেল কোৱাৰ্টাৰ লোকে লোকাৰণ্য।

মোহনপুৰৰ ওচৰ পাজৰৰপৰা লোকালোক ভাগি আহিবলৈ ধৰিছে।

বেলা প্ৰায় ১০ মানেই বাজিল। দূৰৈত এখন জীপগাড়ীৰ হৰ্ন্ শুনিবলৈ পোৱা গ'ল। গাড়ীখন ৰাস্তাৰ জনতা ভেদ কৰি আহি প্ৰিন্সিপেল কোৱাৰ্টাৰৰ দুৱাৰমুখতে থামিলহি। পুলিচ চাব্-ইনস্পেক্টৰ গগণবড়া তেওঁৰ চিপাহী দুজন মদন গগৈ, আৰু টঙ্কেশ্বৰ ডেকাক লৈ নামি গ'ল ঘটনাস্থলিলৈ।

গগণবড়া তেওঁৰ চিপাহী দুজনক লৈ গাড়ীৰ পৰা নামি যোৱা মাত্রে জনতা নিস্তব্ধ হৈ জঁয় পৰি গ'ল।

গগণবড়াই পোনে পোনে বাৰান্দাখনতে দেখা পালেগৈ উৎপলা আৰু ইলাক্ষীৰ মৃতদেহ দুটা। পৰি আছে আপোনমনে।

খগেন চহৰীয়াই তুৰন্তে ভিতৰলৈ গৈ খৱৰ দিলেগৈ ভৱানন্দক। তেৱোঁ উঠি আহিল লৰালৰিকৈ বিচনাখনৰপৰা। তেৱোঁ আহি বাৰান্দাখনত থিয় হলহি গগণবড়াৰ একাষে। নমস্কাৰ!

নমস্কাৰ! গগণবড়ায়ো দিলে প্ৰত্যুত্তৰ! বোধকৰোঁ আপুনিয়েই ফোন্ কৰিছিল ঠানালৈ?

হয়। ভয়ে ভয়ে কৈ উঠিল ভবানন্দ বৰুৱাই।

তেন্তে, আপুনিয়েই বোধকৰোঁ প্ৰিন্সিপেল বৰুৱা।

হয়।

খৰ্‌ধৰকৈ ভিতৰৰপৰা এখন চকী আনি দিলেহি খগেন চহৰীয়াই। গগণবড়া কিন্তু নবহিল। তেওঁ থিয় হৈয়েই থাকিল।

ভৱানন্দই দোধোৰমোধোৰ কৈ ক'লে—চাওক চাব্-ইন্‌সপেক্টৰ বাবু, এইয়া এজনী সৰু ছোৱালী আৰু এইয়া এগৰাকী গাভৰু তিৰোতা মোৰ বাৰান্দাত মৃতাৱস্থাত পৰি আছেহি।

পুলিচ চাব্-ইন্‌সপেক্টৰ গগণবড়া আৰু পুলিচ দুজনে খুব সতৰ্ক দৃষ্টিৰে মৃতদেহ দুটা চাবলৈ ধৰিলে।

উপস্থিত জনতা সম্পূৰ্ণ নিস্তব্ধ!

গগণবড়াই ভৱানন্দ বৰুৱাক কিছুমান প্ৰশ্ন সোধাত লাগি গ'ল আৰু ভৱানন্দ বৰুৱাইও সেইবোৰৰ উত্তৰ দি যাবলৈ বাধ্য হ'ল। গগণবড়াই চকীখনৰ একোণত এখন ভৰি তুলি তেওঁৰ দীঘল ৰিপোৰ্ট লিখা বহীটোত ভৱানন্দৰ জবানবন্দীবোৰ লিখি গ'ল। তেওঁ সুধিলে;—বাৰু বৰুৱা, এই ঘটনাটো হৈছে কেতিয়া? কব পাৰেনে আপুনি?

ঘটনাতো হৈছে যোৱা কালি ৰাতি!

বাৰু, যোৱা ৰাতি দীপান্বিতা গৈছে নহয়।

হয়।

আপুনি বাৰু দেৱালিৰ বন্তী জ্বলাই যোৱা ৰাতি বাহিৰত কিমান ৰাতিলৈকে আছিল?

অন্ততঃ ধৰক চাৰেদহ বা এঘাৰ বজা।

বাৰু, চাওকছোন আপোনাৰ বাৰান্দাত এইভাবে এটি সৰু

ছোৱালী আৰু এগৰাকী গাভৰু তিৰোতা আমি মৃতা অৱস্থাত আহি পাইছোঁহি। আৰু মৃতদেহ দুটা অৱশ্যে আমি পোষ্টমোৰ্টামলৈ পঠাম। তথাপি মই আপোনাক সুধিব খোজোঁ যে—আপোনাৰ মনে কি হয়? মাৰ্ডাৰ্ নে চুইচাইড্! আপোনাৰ কি অনুমান হয়?

মই সঠিককৈ একোৱেই কব পৰা নাই বুজিছে।

বাৰু, আপুনি তিৰোতাগৰাকীৰ মুখখন এবাৰ ভালকৈ চাওকছোন বাৰু। মহিলাগৰাকীক আপুনি চিনি জানি পায়নে?

মই ভালকৈয়ে চাইছোঁ চাব্-ইন্‌স্‌পেক্টৰ বাবু। মই মহিলা গৰাকীক অৱশ্যে চিনি জানি নেপাওঁ। ক'ৰ মহিলা—কি কথা—মই হলে একো নেজানো।

খগেন চহৰীয়াৰ মুখখন শুকাই গ'ল।

ভৱানন্দ বৰুৱাই "মহিলাগৰাকীক চিনি নেপাওঁ" বোলা বাক্যষাৰ শুনামাত্ৰে উপস্থিত জনতাৰ পৰা ইজনে-সিজনে ফু-ফাকৈ কিবাকিবি কোৱামেলা কৰা এটা গোঁ-গোৱনি শব্দ উঠিল।

জনতাৰ পৰা অলপ গৰম গৰম আলোচনাৰ গম পাই গগণ বড়াই ভৱানন্দ বৰুৱালৈ চালে। নহয়, আপুনি মহিলাগৰাকীক আকৌ ভালকৈ এবাৰ চাওকছোন—কিজানিবা চিনি-জানি পায়েই।

প্ৰিন্সিপেল বৰুৱাই আকৌ দোহাৰি উত্তৰ দিলে, নহয়, মই এই গৰাকী তিৰোতাক চিনি নেপাওঁ। তাইক মই ক'তো কোনোদিনেতো দেখা নাই।

মোহনপুৰৰ সেই অঞ্চলত সেই কেইমাহ পদ্মকলিতাৰ ঘৰত বসবাস কৰি থাকোঁতে থাকোঁতে সেই অঞ্চলৰ কিছু মানুহে অৱশ্যে তাইৰ নাম গাম আদি নজনাকৈ থকা নাছিল। তাতে মাষ্টাৰ ডিগ্ৰীধাৰী এগৰাকী মহিলা।

মৃতা উৎপলা দত্তৰ পৰিচয় ভৱানন্দ বৰুৱাই অস্বীকাৰ কৰাত ওচৰত থিয়হৈ থকা কলেজ-পিয়ন খগেন চহৰীয়াৰ মুখমণ্ডল ভয়ত

বিবর্ণ হৈ উঠিল। তাৰ চকুমুখত এটা উদ্বেগ-আশঙ্কাৰ আলোড়ন সৃষ্টি হৈ পৰিল।

গগণবড়াই আকৌ সুধিলে,—বৰুৱা ডাঙৰীয়া!

কওক।

আচ্ছা, আপুনিতো মহিলাগৰাকীক চিনি-জানি নেপাওঁ বুলি বাৰ বাৰ কৈছে, তেন্তে তাইৰ বুকুত থকা মৃতা ছোৱালীজনীকো তেন্তে চিনি নেপায় নিশ্চয় আপুনি।

নেপাওঁ।

গগণবড়াই একাদিক্রমে ভৱানন্দ বৰুৱাৰ জবানবন্দীবোৰ তেওঁৰ এন্‌কোৱাৰি বহীত লিখি গৈ থাকে। বাৰু - বৰুৱা ডাঙৰীয়া, মই আপোনাক এটা কথা সুধিব খুজিছিলোঁ।

সোধক বাৰু।

বাৰু—আপুনি আপোনাৰ বাৰান্দাত হঠাৎ এনে এটা দুর্ঘটনা দেখি এই মৃতা মহিলাৰ গোটেই শৰীৰটো এবাৰ নিশ্চয় এন্‌কোৱাৰি কৰি চাইছিল।

নাই চোৱা চাৰ-ইনস্‌পেক্টৰ বাবু। নাই চোৱা। মই অথবা কোনো লোকেই মহিলাৰ দেহস্পর্শ কৰা নাই। মৃতা হ'লেও এগৰাকী মহিলাৰ আত্মসন্মান মই অক্ষুণ্ণ ৰাখিছোঁ। আপুনি বিশ্বাস কৰিব। তেখেতক এন্‌কোৱাৰি কৰা অৱশ্যে সেইবোৰ আমাৰ কামো নহয়।

আপোনাৰ নহয়। বাৰু—বাৰান্দাখনৰ তলৰ দুবৰিৰ চোতাল-খনত জনতাৰ মাজত কলেজৰ ছাত্রী হোষ্টেলৰ আৰু সেইদিনা নিজ নিজ ঘৰৰপৰা কলেজলৈ অহা কিছুমান ছাত্রীৰ মাজত থিয়হৈ থকা এগৰাকী কিছু বয়সস্থ ভদ্রমহিলাক দেখি গগণবড়াই লাহেকৈ তেওঁক সুধিলে,— আপুনি এই কলেজৰে নেকি?

মহিলাগৰাকীয়ে উত্তৰ দিলে, হয়, মই এই কলেজৰ ছাত্রী-হোষ্টেলৰ চুপাৰিন্‌টেন্‌ডেন্ট্।

ধন্যবাদ। আপোনাৰ নামটো ··

মোৰ নাম সুবৰ্ণা শইকীয়া।

আপুনি আমাক অলপ সহায় কৰি দিব পাৰেনে ?

কওকছোন বাৰু।

আপুনি অনুগ্ৰহ কৰি এই মৃতা মহিলাৰ গাত অথবা তেওঁৰ বুকুৰ ভিতৰত কিবা যদি কোনো গোপন চিঠি-পত্ৰাদি আছে, তাৰ কাৰণে আপুনি যদি অলপ যত্ন কৰি বিছাৰি চাই দিলে হয়—আমাক যথেষ্ট সহায় কৰি দিয়া হ'ল হয়।

ভাল বাৰু। ইনো কি আৰু ডাঙৰ কথা। মই বাৰু চাইছো ৰ'ব। সুবৰ্ণা শইকীয়া প্ৰস্তুত হ'ল।

ভৱানন্দই সুবৰ্ণালৈ কটাক্ষ-কুঞ্চিত দৃষ্টিৰে দৃষ্টিপাত কৰি ৰ'ল।

সুবৰ্ণা—তেখেত আহি ৺উৎপলাৰ সৰ্ব্বাঙ্গ হাত সুমাই অনুসন্ধান কৰিলে। অৱশেষত তেওঁ উৎপলাৰ বুকুৰ ভিতৰৰ পৰা এখন চাৰি ভাঁজ কৰি ভাঙি ৰখা চিঠি উলিয়াই চাব্-ইনস্পেক্টৰৰ হাতত দি দিলে। এইয়া—এখন বোধকৰোঁ চিঠি। তেখেতৰ গাত অন্য আৰু একো বিচাৰি পোৱা নাই। ধৰক।

ভৱানন্দ বৰুৱাৰ মুখ-মণ্ডলত ভয়-বিস্ময় ভাৰ আহিল।

সুবৰ্ণা শইকীয়াৰ পৰা উৎপলাৰ বুকুৰ মাজৰ চিঠিখন পাই গগণ বড়াই এটা ৰহস্যজনক ঘটনা বুলি তেওঁ মনে মনে সন্দেহ কৰি উঠিল। তেওঁ চিঠিখনৰ ভাজকেইটা খুলি চিঠিখন চকুৰে চাই চাই মনে মনে পঢ়ি যাবলৈ ধৰিলে।

উপস্থিত জনতা ব্যগ্ৰ হৈ উঠিল। দূৰৰ লোকসকলে বেংমেলি মেলি গগণবড়াৰ পঢ়া চিঠিখনলৈ চাবলৈ ধৰিলে। মানুহ-দুনুহবোৰ গোটেই নিস্তব্ধ হৈ গ'ল। আৰু প্ৰকৃত ঘটনা কি জানিবলৈ উৎকণ্ঠিত হৈ ৰ'ল।

গগণবড়াই সোঁহাতে জ্বলন্ত চিগাৰেটতো ধৰি বাওঁহাতৰ মুকলি

চিঠিখন মনে মনে চাই যাওঁতে তেওঁ একোবাৰ সবিস্ময়ে আৰু কুঞ্চিত কপালেৰে ভৱানন্দ বৰুৱালৈ দৃষ্টি কৰিলে। গগণবড়াই ভৱানন্দলৈ যিমানেই চাই পঠিয়াইছিল—ভৱানন্দৰ মুখখন সিমানেই শুকাই পাণ্ডুবৰ্ণ হৈ গৈছিল। চিঠিখনৰ আদ্যোপান্ত পঢ়ি অটাই বড়াই সেইখন আকৌ নিজহাতে ভাঁজ কৰি সামৰি নিজেই লৈ থাকিল।

বড়াই তাৰ পিছতেই অফিচৰ এখন খাকীৰঙৰ কাগজত তৎক্ষণাত এখন অৰ্ডাৰ লিখি শিমলুতলিৰ জনৈক ভদ্ৰলোক ঘনশ্যাম ভট্টাচাৰ্য্যালৈ দি পঠিয়াবলৈ প্ৰস্তুত হল। টঙ্কেশ্বৰ, এইয়া লোৱাচোন। এইখন এখন অৰ্ডাৰশ্লিপ্। শিমলুতলি ইয়াৰ পৰা প্ৰায় ৩৷৪ মাইলমানেই হব নেকি? তুমি যোৱা। অৰ্ডাৰশ্লিপ্খন তাৰ ঘনশ্যাম ভট্টাচাৰ্য্য বোলা ভদ্ৰলোকজনক দিবা। আৰু তেওঁক তোমাৰ লগতে লৈ আহিবা। আৰ্জেণ্ট্! তুমি আমাৰ জীপখনকে লৈ যোৱা বাৰু।

টঙ্কেশ্বৰে অৰ্ডাৰশ্লিপ্খন লৈ তদ্দণ্ডে তেওঁলোকৰ পুলিচ জীপখন লৈ বিদায় হৈ গুচি আহিল শিমলুতলি অভিমুখে।

টঙ্কেশ্বৰ যোৱাৰ পিছতেই গগণবড়া চকীখনত বহি ললে। তেওঁ পকেটৰ পৰা উলিয়াই নতুনকৈ চিগাৰেট এটা জ্বলাই ললে; আৰু নিজৰ আঠুৰ ওপৰতে এন্কোৱাৰি বহীখনতে জবানবন্দীবোৰ লিখি যাবলৈ ধৰিলে।

বেলা যিমানেই হৈ আহিব ধৰিছে—মোহনপুৰৰ জনতা প্ৰিন্সিপেলৰ দুৱাৰমুখলৈ অহা আহিছে—যোৱা যাব ধৰিছে—সীমা সংখ্যা নাই। কলেজখনৰ ক্লাচ্বোৰ সেইদিনলৈ একপ্ৰকাৰ কেন্সেল্ হোৱা বুলিলেও হয়। কলেজৰ প্ৰফেছাৰ—সকলো তেওঁৰ ঘৰে-বাহিৰে ভৰি পৰিছেহি।

গগণবড়াই সুধি গ'ল। কওকছোন আঁপোনাৰ নাম?

শ্ৰীভৱানন্দ বৰুৱা এম, এ।

বয়স।

ধৰক ৫৩।৫৪ মান হব পাৰে।

কি কাম কৰে?

বৰ্ত্তমান মই এই সুনীতিদেৱী গাৰ্লচ্ কলেজৰে প্ৰিন্সিপেল।

বাৰু, ৰবছোন—মই ইয়াতে আপোনাক এটা কথা সুধিব খুজিছোঁ।

সোধক বাৰু।

এ—ই—'আসাম ট্ৰিবিউন', 'দৈনিক অসম' এইবোৰ পেপাৰত আজি কিছুমান দিনধৰি বাইজৰ এটা বৰ ডাঙৰ সমালোচনা দেখিবলৈ পাইছো। মানে—আপুনি হঠাৎ লেক্‌চাৰাৰৰ পৰা প্ৰিন্সিপেল পদৱীলৈ প্ৰমোচন পোৱাৰ কাৰণে। পেপাৰত আপত্তি-সূচক প্ৰিন্সিপেলজন বোধকৰোঁ নিশ্চয় আপুনিয়েই।

অৱশ্যে হয়।

আচ্ছা, কিয়? আপোনালোকৰ কলেজত ভাইচ্-প্ৰিন্সিপেল এজন নাছিল জানো?

আছে—নিশ্চয় আছে।

বাৰু। তেন্তে, পূৰ্ব্বৰ প্ৰিন্সিপেলজনৰ ৰিটায়াৰমেণ্টত ভাইচ্ প্ৰিন্সিপেল জনে প্ৰিন্সিপেল পদৱীলৈ প্ৰমোচন নেপায়—আৰু আপুনি পালে কেনেকৈ? মই বাস্তৱিকতে আচৰিত হৈছোঁ।

অৱশ্যে ইয়াত আচৰিত হবৰ একোৱেই নাই। আপুনি তাৰ উত্তৰ মোৰপৰা নুখুজি বৰং গভৰ্ণিংবডীৰ মেম্বৰসকলৰ পৰা সুধি ললেই ভাল হয়।

বাৰু—বাৰু। এই কথা মই অৱশ্যে পিচতো জানিব পাৰিম। আপুনি সুনীতিদেৱী গাৰ্লচ্ কলেজত চাকৰি কৰা কিমান দিন হ'ল?

প্ৰায় দহবছৰমানেই হল কিজানি।

আৰু প্ৰিন্সিপেল্ হোৱা।

প্ৰায় ৫।৬ মাহমান।

গগণবড়াই ভৱানন্দৰ প্ৰত্যেকটো প্ৰশ্নৰ উত্তৰ আঠুৰ ওপৰত

আশ্ৰয়কৰি লিখা এন্‌কোৱাৰি বহীখনতে ক্ষিপ্ৰবেগে লিখি গৈ থাকিল। বাৰু বৰুৱা, এই কলেজত কাম কৰাৰ আগতে আৰু ক'ৰবাত আপুনি কাম কৰিছিলনে?

হয় কৰিছিলোঁ।

ক'ত? কি কাম কৰিছিল কওকচোন।

মই লাহৰীচাং বাগানত কাম কৰিছিলোঁ। বাগানৰ মেনেজাৰ হিচাবে।

ভৱানন্দৰ মুখত "লাহৰীচাং বাগান" নামটো শুনি গগণবৰুৱা উচ্‌পথাই উঠিল। তেওঁ কাঠপেন্সিলডাল মুখলৈ আনি লৰাই লৰাই কিছুপৰ গমি থাকিব ধৰিলে। বাৰু—এই চাওক বৰুৱা ডাঙৰীয়া, এই মৃতা মহিলাগৰাকীয়ে—তেখেতে তেখেতৰ স্বামীলৈ এইখন চিঠি লিখি এৰি থৈ গৈছে; তাত তেওঁৰ নাম লিখিছে "উৎপলা দত্ত"! এই মহিলাগৰাকীয়ে আপোনাৰ কলেজত যোৱা আগষ্টৰ দুই তাৰিখৰ দিনা কোনো এটা এপইণ্ট্‌মেণ্টৰ কাৰণে আপোনাৰ ওচৰত ইন্‌টাৰ্‌ভিউ দিছিল। পিচে কথাটো সঁচানে?

ভৱানন্দ বৰুৱা তলমূৰ কৰি নীৰৱ—নিৰুত্তৰ!

দৰ্শকসকলৰ মাজৰপৰা ক্ৰমে-ক্ৰমে এটা গোঁ-গোৰনি শব্দ উঠিবলৈ ধৰিলে।

নেমাতে কিয়? কওক! তেওঁ ইন্টাৰভিউ দিছিলনে?

হয় দিছিল।

সেইয়া—সিদিনা দুই আগষ্ট তাৰিখ। আজি মাত্ৰ প্ৰায় ৩ মাহৰ কথা। আপোনাক সোধাত আপুনি বাৰবাৰ কৈছে যে—আপুনি মহিলাগৰাকীক চিনি-জানি নেপায়। বাৰু, মই আৰু আপোনাৰ পৰা বৰ্ত্তমান বিশেষ প্ৰশ্নৰ উত্তৰ নিবিচাৰিলোঁ। ভৱিষ্যতে আপোনাৰ পৰা জানিবলগীয়া বহু খবৰেই বাকী ৰৈছে।

চব্‌-ইনস্‌পেক্টৰ বাবু, মই অলপ এইমাত্ৰ ভিতৰৰ পৰা আহিছোঁ

ভৱানন্দ বাৰান্দাখনৰপৰা ভিতৰ সোমাই আহিল। তেওঁ ভিতৰত দেখেহি যে তেওঁৰ সহধৰ্ম্মিণী আৰু লৰা-ছোৱালীহঁত বিচনাত পৰি পৰি উচুপিবলৈ ধৰিছে।

খগেন চহৰীয়াৰ মুখখনলৈ চালেও বুজা যায়—যেন তাৰ কোনোবা এজন খুব ওচৰ সম্পৰ্কীয় লোকৰহে মৃত্যু হৈছে!

গগণবড়া টঙ্কেশ্বৰৰ জীপ্‌খন ঘূৰি অহালৈকে বহি বাট চাই থাকিল। আৰু তেওঁ ভৱানন্দ বৰুৱাৰ জবানবন্দী আৰু উৎপলা দত্তৰ চিঠিখনৰ সমিল-মিল কথাবোৰকে অন্তৰত যোগাযোগ কৰি ভাবিবলৈ ধৰিলে।

———

## ● ত্ৰয়োদশী

কথা বুলিলেই বতাহ।

ইফালে ৰত্নেশ্বৰ মুদৈৰ দোকানখনতো মানুহ-দুনুহৰ কথাৰ অন্ত নাই। ভৱানন্দ বৰুৱাৰ দুৱাৰমুখত আহি ছোৱালীজনীৰ স'তে উৎপলা দত্ত মৰি পৰি থকা শুনিলে ৰত্নেশ্বৰ মুদৈয়েও।

মুদৈৰ দোকানৰপৰা উৎপলা দত্তই মাল বাকীকৈ খোৱা কেবাজন গ্ৰাহকৰো চকুত পৰিছিল। তেওঁলোকেই সেইদিনা মুদৈক সুধিছিল ৺উৎপলা দত্তৰ গাত তেওঁৰ কিবা লেনা-দেনা থাকি গ'ল নেকি ?

৺উৎপলাৰ মৃত্যুৱে ৰত্নেশ্বৰ মুদৈকো পেলালে এক বিৰাট বিভ্ৰাটত। তেওঁ যোৱাকালি দীপান্বিতাৰ ৰাতি প্ৰায় ১১।০ মান বজাত লাহৰীচাং বাগানৰ সৌমীনদত্তৰ ওচৰৰ পৰা আহি পাইছেহি মোহনপুৰ। তেওঁৰ দোকানঘৰ।

উৎপলাৰ মৃত্যুৰ বাতৰি পাই—সৌমীনদত্তই উৎপলাক ফিৰাই দিবলৈ দিয়া সোণৰ বালাপাত লৈয়েই মুদৈ এতিয়া পৰি গ'ল মহা বিভ্ৰাটত। কি কৰিব। বালাপাত ফিৰাই দিবলৈ উৎপলা দত্ত আৰু আছে জানো ? নিৰুপায় এতিয়া।

এই এপাত বালা লৈয়েই হয়তো ভৱিষ্যতে তেৱেঁই অপৰাধী সাব্যস্ত হবগৈ পাৰে। ইত্যাদি বহুকথা ভাবি তেওঁ বৰ বিপাঙত পৰিল। তেওঁৰ হাতত থকা বালাপাত এতিয়া আকৌ গৈ তেওঁ সৌমীনদত্তক বা ফিৰাই দি আহিবগৈ কেনেকৈ? গতিকে পুলিচৰ আগত উচিত সত্য কথাকে কৈ পুলিচৰ হাততেই বালাপাত দি আহিলে হয়তো তেওঁ ভৱিষ্যত অপৰাধ-অভিযুক্তৰ পৰা এনেয়ে মুক্ত হৈ যাব পাৰে। নতুবা এইবালাতেই হয়তো—দিন-দশা মন্দ থাকিলে ডিঙিত কলগ্ৰহহে লাগি যাব পাৰে।

সচাঁকথাৰে আশ্ৰয়ত ৰত্নেশ্বৰে বালাপাত জেপত ভৰাই লৈ দোধৰ-মোধৰকৈ আহি উপস্থিত হ'লহি ঘটনাস্থলিত।

বহুলোক। ৰত্নেশ্বৰো তাৰে এজন।

ৰত্নেশ্বৰৰ বুকুখন ধিপ্ ধিপ্ কৰি ৰ'ল। সঁচাকৈয়ে সদায় তেওঁৰ দোকানলৈ আহি সামান্য অলপ মালবস্তুৰ কাৰণে দোকানৰ দৰজা মুখত বহুপৰ থিয়হৈ থকা উৎপলাজনীলৈ মনত পৰি তেওঁৰো অন্তৰখন বেজাৰত গুমৰি উঠিল। আই ঐ দেহি! তাই কেনেকৈ পৰি আছেহি! এঃ ছোৱালীজনী বেচেৰীও!……

চিগাৰেটতো টানি টানি উৎপলালৈ দৃষ্টিপাত কৰি থকা অৱস্থাত গগণবড়াই উৎপলাৰ হাতখনিলৈ চাই আৰু এটা কথা ঘপহ্ কৰি তেওঁৰ মনত উদয় হ'লহি।

ভৱানন্দ বৰুৱা ভিতৰৰপৰা পুনঃ গগণবড়াৰ কাষলৈ অহামাত্ৰে বড়াই কৈ উঠিল। আপোনক আঁচল কথা এটাকে সুধিবলৈ ভুল হৈ গৈছে। এই—চাওকছোন বৰুৱা। মই মানুহগৰাকীৰ এখন হাতত মাত্ৰ এপাত বালা দেখিবলৈ পাইছোঁ। বাকী আনখন হাতৰ বালাপাত তেওঁৰ কি হ'ল? কওকছোন আপুনি?

সেই বিষয়ে মই একো নেজানো বুজিছে। মোক আপুনি সন্দেহ কৰিলেও অৱশ্যে কৰিব পাৰে। মোৰ ঘৰৰ মানুহে মহিলাৰ বালা

আত্মসাৎ কৰা হলে তাইৰ ছুয়োপাত বালাকেই লৈ গ'লহেঁতেন। তাতো যদি আপোনাৰ সন্দেহৰ কিবা মাত্ৰা থাকে—তেন্তে আপুনি মোৰ ঘৰ খানাতালাচ কৰিলেও অৱশ্যে কৰিব পাৰে। মোৰ তাত কোনো আপত্তি নাই দাৰোগাবাবু।

অৱশ্যে আপোনাৰ ঘৰ খানাতালাচ যে কৰিব লাগিব ই ধুৰুপ!

কৰক, মোৰ কোনো আপত্তি নাই!

উপস্থিত বত্নেশ্বৰ মুদৈয়ে কথাষাৰ শুনি বিবুদ্ধি হৈ পৰিল। তেওঁ তেতিয়াই ভাবিলে যে এটা অযথা কথাতে দাৰোগাবাবুয়ে প্ৰিন্সিপেলৰ ঘৰ খানাতালাচ্ কৰিবলৈ ওলাইছে। লাগ বুলিলেই হস্কিল্-মস্কিল মুদৈয়ে তেওঁৰ কাৰবাৰৰ কাৰণে কেতিয়াবা কেতিয়াবা দুই চাৰি শ টকা প্ৰিন্সিপেল বৰুৱাৰ পৰা ধাৰলৈও নিয়ে। বৰুৱায়ো তেওঁৰ দোকানৰে মাহিলি বাকী খায়। এনেস্থলত তেওঁ ঘটনাচক্ৰ জানি থকা অৱস্থাত প্ৰিন্সিপেল বৰুৱাক তেওঁ বিপদত পৰিবলৈ কেতিয়াও দিব নোৱাৰে। তেওঁৰ ঘৰখনবা খানাতালাচ হবলৈ দিব কিয়? বত্নেশ্বৰ মুদৈয়ে— জনতা দুফাল কৰি গৈ যোৱাকালি দীপান্বিতাৰ দিনা লাহৰীচাং বাগানত সৌমীনদত্তই বালাপাত উৎপলা দত্তক ফিৰাই দিবলৈ দিয়া— তেওঁ আনি চাব্ইনস্পেক্টৰ গগনবড়াৰ হাতত দিলেহি।

গগনবড়াই বালাপাত দেখি বৰ আচৰিত হৈ পৰিল। তেওঁ ঘটনাচক্ৰ একো বুজি উঠিব নোৱাৰিলে। তেওঁ বালাপাত হাতত লৈ বহুপৰ বত্নেশ্বৰ মুদৈলৈ স্থিৰনেত্ৰে চাই ৰ'ল।

ভৱানন্দ বৰুৱাইয়ো এটা দীৰ্ঘহুমুণীয়া এৰি দিলে। তেৰোঁ অকস্মাৎ বিস্ময়াভিভূত হৈ পৰিল। তেওঁ একোৱেই বুজিব নোৱাৰিলে।

গগণবড়াই সেই বালাপাত্ৰ কাৰ—মুদৈয়ে কেনেকৈ কেনেকৈ সেই বালাপাত তেওঁৰ হাতত পালেগৈ; সকলো কথা এটি এটি কৈ প্ৰশ্ন কৰি গগণবড়াই মুদৈক সুধি গ'ল। বত্নেশ্বৰ মুদৈয়েও দোকানৰ বাকীধনৰ কাৰণে উৎপলা দত্তৰ পৰা আৰম্ভ কৰি লাহৰীচাং বাগানৰ

সৌমীনদত্তৰ কাষলৈকে ঘটা ঘটনাচক্র তেওঁ গগণবড়াৰ ওচৰত ভাঙি পাতি কৈ গ'ল। আৰু বড়াই মুদৈক এজন প্ৰধান সাক্ষী হিচাবে গণ্য কৰি লিখি ল'লে। আৰু তেওঁৰ নাম গাম থকা ঠাইৰ ঠিকানা ইত্যাদি সুধি—তেওঁক তেতিয়া সেই ঠাই ত্যাগ কৰি যাবলৈ মনা কৰিলে। মুদৈ নিস্তব্ধভাৱে থিয় হৈ ৰ'ল।

মুদৈয়ে খোলাখুলিকৈ উৎপলা দত্তৰ স্বামী লাহৰীচাং বাগানৰ মালিক "সৌমীনদত্ত" বুলি কোৱা মাত্ৰে ভৱানন্দ বৰুৱাৰ সৰ্ব্বাঙ্গ শিয়ৰি উঠিল। তেওঁৰ কোনোবা মৰাঅতীতৰ পৰা এক আশঙ্কাৰ ঘণ্টাধ্বনি গুমৰি উঠিল। তেওঁৰ বুকুখনত এটা ভয়ঙ্কৰ প্ৰতিধ্বনি তেওঁ শুনিবলৈ পালে। তেওঁ অনুভৱ কৰিলে—তেওঁ যেন আদালতৰ একালে আচামীৰ চৌকাঠত উঠি বিচাৰৰ বাবে প্ৰস্তুত হৈছে। তেওঁ ধোঁৱা ধোঁৱা দেখিলে গোটেই পৃথিৱীখন। পৰিণাম শেষত কি হয় একমাত্ৰ ভগৱানেই জানে! মূৰটো ঘুৰাই গ'ল ভৱানন্দ বৰুৱাৰ। তেতিয়া—তাত সেইবোৰ কি ঘটনা ঘটিব ধৰিছে তেওঁ যেন একেবাৰে অজ্ঞাত।

ধৰ্ম্মৰ. এটা উজ্জ্বল সূৰ্য্য লাহে লাহে পোহৰ হৈ আহিবলৈ ধৰিলে।

---

# ● চতুৰ্দ্দশ

পুলিচ টঙ্কেশ্বৰ ডেকাৰ জীপ্‌গাড়ীখন ঘটনাস্থলিত যথা সময়তে আহি উপস্থিত হ'লহি। জনতা দুফাল কৰি গাড়ী আহি পালেহি ভৱানন্দ বৰুৱাৰ দুৱাৰ মুখ। লগত ঘনশ্যাম ভট্টাচাৰ্য্য।

টঙ্কেশ্বৰৰ লগে লগে নামি গ'ল ঘনশ্যাম ভট্টাচাৰ্য্য।

গগণবড়াই ঘনশ্যাম ভট্টাচাৰ্য্যলৈ উৎপলাৰ মৃত্যুৰ বিষয়ে কোনো কথা লিখা নাছিল। তেওঁক কেৱল শ্লিপ্‌কাগজখনত প্ৰিন্সিপেল ভৱানন্দ বৰুৱাৰ ঘৰলৈ তেওঁ এবাৰ আৰজেণ্ট্‌কৈ মাতি পঠিয়াইছিল মাত্ৰ।

ঘনশ্যাম ভট্টাচাৰ্য্যইয়ো আনকি তেতিয়ালৈকে উৎপলা দত্তৰ মৃত্যুৰ ঘটনাচক্ৰৰ কোনো কথা লোকমুখেও শুনিবলৈ পোৱা নাছিল। প্ৰিন্সিপেল বৰুৱাৰ দুৱাৰমুখৰ চোতালত আৰু তেওঁৰ ঘৰে-বাহিৰে বিপুল জনসমাৱেশ দেখি তেওঁ অবাক হৈ গ'ল। কিহৰ কি হৈছে নহৈছে তেওঁ একো বুজি উঠিব পৰা নাছিল।

ঘনশ্যাম ভট্টাচাৰ্য্য সোমাই গৈয়েই টঙ্কেশ্বৰৰ সৈতে ভৱানন্দ বৰুৱাৰ বাৰান্দাত উঠিলগৈ। মৃতা উৎপলা দত্ত আৰু তাইৰ ছোৱালীজনী তেওঁৰ দৃষ্টিত পৰিল। তেওঁ আৰু তেওঁৰ ঘৰত সিদিনা

টিউছন কৰা উৎপলা দত্তক চিনি নেপাবৰ কিবা কাৰণ আছে জানো? চিনি পালে তেওঁ উৎপলা দত্তক সেইভাবে পৰি থকা। তেওঁৰ অন্তৰখন ভয় লাগি উঠিল—সেই ভয়াবহ কাণ্ড দেখি।

অৱশ্যে লাগিবই। উৎপলাৰ অন্তৰৰ অন্যায়ৰ একুৰা জুই ঘনশ্যাম ভট্টাচাৰ্য্যৰ অন্তৰত উমাই উমাই জ্বলি আছে। নিৰাশ্ৰয়াক আৰু নিৰাশ্ৰয় কৰা তেওঁৰ হাতদুখন এনেয়ে কঁপি উঠিব ধৰিছে। পুলিচে তেওঁক মাতি অনা প্ৰকৃত তথ্য তেওঁ আৰু বহুদূৰলৈ বিছাৰি যাব নেলাগিল। তেওঁ তাক পালে থিতাতেই। তেওঁ আৰু বুজিবলৈ একো বাকী নেথাকিল।

হাঁয়! কি সুন্দৰ সন্মিলন! নিৰ্ম্মিত হ'ল এখন প্ৰকাণ্ড পাল্লা। দুফালে দুখন কাঁহি! ভৱানন্দ বৰুৱা আৰু ঘনশ্যাম ভট্টাচাৰ্য্য। কেন্দ্ৰত সূক্ষ্ম মাপ্‌দণ্ড গগণবড়া! গগণবড়াই এইখন পাল্লাতে জুখি চাব খুজিছে উৎপলা দত্তক।

নয়নে নয়নে দৃষ্টি বিনিময় হৈ গ'ল ভৱানন্দ আৰু ঘনশ্যাম ভট্টাচাৰ্য্যৰ! দুয়ো নিৰ্ব্বাক! ঘনশ্যাম ভট্টাচাৰ্য্য গগণবড়াৰ ওচৰতে থিয় হ'লগৈ।

দৰ্শকৰ ভীৰ তেতিয়াও যথেষ্ট।

গগণবড়াই কিছুপৰ ঘনশ্যাম ভট্টাচাৰ্য্যলৈ চাই ৰ'ল। উৎপলাৰ বুকৰ পৰা উদ্ধাৰ কৰা চিঠিখন ভাঁজ কৰা তেতিয়াও তেওঁৰ হাততেই আছে। বড়াই ঘনশ্যাম ভট্টাচাৰ্য্যক কেইটামান কথা প্ৰশ্ন কৰি তেওঁৰ পৰা উত্তৰ বিচাৰিলে। আৰু ভট্টাচাৰ্য্যৰ উত্তৰবোৰ তেওঁ কাঠ-পেন্সিলডালেৰে পৰ পৰকৈ লিপিবদ্ধ কৰি গ'ল। বাৰু চাওকছোন, আপুনিয়েই বোধকৰোঁ ঘনশ্যাম ভট্টাচাৰ্য্য।

হয়!

মই আপোনাকেই মাতিছিলোঁ কেইটামান কথাৰ কাৰণে।

কওক বাৰু।

আপোনাৰ নাম ?

শ্ৰীঘনশ্যাম ভট্টাচাৰ্য্য।

বয়স ?

প্ৰায় ৪৮।৪৯।

থাকে ক'ত ?

-এই মোহনপুৰৰে শিমলুতলিত।

আপোনাৰ ভাড়াঘৰ নে নিজাঘৰ ?

মোৰ নিজাঘৰ।

বাৰু এইফালে চাওকচোন। এই মৃতাৱস্থাত পৰি থকা তিৰোতা গৰাকীক আপুনি বোধহয় নিশ্চয় চিনি পায়।

ঘনশ্যাম ভট্টাচাৰ্য্যই কিছুপৰ একান্ত মনোনিবেশ দৃষ্টিৰে উৎপলালৈ চাই ক'লে, হয়—চিনি পাওঁ।

নামটোও বোধহয় নিশ্চয় জানে আপুনি।

হয় জানো। তেওঁৰ নাম উৎপলা দত্ত।

আপুনি তেওঁক চিনি পায় কেনেকৈ ?

মোৰ ঘৰত কিছুমান দিন তেওঁ টিউছন্ কৰিছিল। লৰা পঢ়ুৱাই-ছিল।

অ', বাৰু আপুনি কি কৰে।

মই ঠিকাদাৰী কৰোঁ। ঘৰ-বিল্ডিংআদিৰেই বিশেষকৈ মই ঠিকা লওঁ।

বেচ্ কথা। বাৰু। এই মহিলাগৰাকীৰ কিছুমান দিন টিউছনৰ পইচা আপুনি দিবলগীয়া হৈ আছে।

হয়। মাত্ৰ ২৭ দিনৰ, ৫৪ টকা মাত্ৰ।

আপুনি তেওঁক কিয় দিয়া নাই ?

অৱশ্যে মই তেওঁক কেবাদিনো মাতি পঠাইছিলোঁ।

গগণবড়া উত্তেজিত হৈ উঠিল। ন'—ন'—আপুনি দিবলগীয়া।

সেই গৰজ আপোনাৰহে। অৱশ্যে তেওঁ সদায় আপোনাৰ ঘৰলৈ আহি গৈ থকা তিৰোতা যেতিয়া তেওঁ থকা এড্ৰেছটোও আপুনি নিশ্চয়কৈ জানে। এনেস্থলত বৰং সেই নিৰাশ্ৰয়া মহিলাগৰাকীলৈ— আপোনাৰ নিজা দায়িত্ব যেতিয়া—আপুনি নিজে মনিঅৰ্ডাৰ কৰি হ'লেও টকাখিনি তেওঁলৈ পঠিয়াই দিয়াতো উচিত আছিল।

ঘনশ্যাম ভট্টাচাৰ্য্য তলমূৰ কৰি নিৰুত্তৰ!

নেমাতে কিয়? এই উৎপলা দত্তই তেওঁ লিখি থৈ যোৱা চিঠিত আপোনাকো অপৰাধী অভিযুক্ত কৰিছে। আপুনি তেওঁৰ অতি সামান্য পইচাখিনি তেওঁক পৰিশোধ কৰি দিয়া হলেও তেওঁ অনাহাৰে থাকি প্ৰাণত্যাগ কৰিব নেলাগিল হয়। মহিলাগৰাকীয়ে আপোনাৰ বিৰুদ্ধেও তাকেই লিখি থৈ গৈছে। তাই নিজ ছোৱালীক হত্যা কৰি পিছত নিজে আত্মহত্যা কৰাৰ—সিও এটা প্ৰধান কাৰণ বুলি তেওঁ লিখিছে। গতিকে আপোনাক আচামী সাব্যস্ত কৰা হৈছে। আপুনি যাব লাগিব থানালৈ।

ঘনশ্যাম ভট্টাচাৰ্য্যক সেইভাবে গগণবড়াই কোৱা দেখি ভৱানন্দ বৰুৱাৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল। তেওঁৰ মুখত পানী নাইকীয়া হল।

এইবাৰ গগণবড়াই ভৱানন্দ বৰুৱাক ঘটনাৰ আদ্যোপান্তৰ পৰা কেইটামান মূলকথা কৈ তেওঁকো অপৰাধী—সাব্যস্ত কৰিলে। বৰুৱা, শুনক! প্ৰথমতেই আপুনি কৈ গৈছে যে কিছুকাল আপুনি লাহৰীচা বাগানত ম্যেনেজাৰী কৰিছিল। আৰু মৃতা মহিলাগৰাকীও সেই লাহৰীচাং বাগানৰেই তিৰোতা। গতিকে প্ৰকৃততে মই সন্দেহ কৰিবলগীয়া হৈছোঁ। দ্বিতীয়তে—আপোনাৰ ঘৰৰ বাৰান্দাতেই আহি আমি মৃতদেহ দুটা পাইছোঁহি। তৃতীয়তে—আপুনি মহিলাগৰাকীক নামে-গামে জনাস্বত্ত্বেও চিনি নেপাওঁ বুলি মিছা মাতিছে। চতুৰ্থতে— মৃতা মহিলাই বিশেষকৈ আপোনাৰ অন্যায় অবিচাৰৰ কাৰণেই তেওঁৰ ন্যায্য প্ৰাপ্য-চাকৰিৰ পৰা বঞ্চিত হবলগীয়া হৈছে। বিশেষকৈ

আপোনাৰ সেই অন্যায় অবিচাৰৰ অসহ্য যন্ত্ৰণাতেই—তেওঁ নিজৰ ছোৱালীকো বিষ-প্ৰয়োগ কৰি নিজেও আত্মহত্যা কৰিছে। গ্ৰুফ তেওঁ আপোনাকেই তেওঁৰ মৃত্যুৰ বাবে প্ৰকৃত অপৰাধী অভিযুক্ত কৰিছে। এই কেইটা মূল কাৰণতেই মই আপোনাক গ্ৰেপ্তাৰৰ হুকুম দিছোঁ। আৰু আপুনি থাকিব—উইডাউট্ বেইল।

গগণবড়াই পুলিচ দুজনক ইঙ্গিত দিয়া মাত্ৰকে টংকেশ্বৰ ডেকাই আহি ঘপ্ কৰি ভৱানন্দ বৰুৱাৰ হাত দুখন ধৰি পেলালে, আৰু অন্যজন পুলিচ মদন কোঁৱৰ—আহি ভৱানন্দৰ দুয়োখন হাত যোৰ কৰি হাতকড়ি লগাই দিলে।

ঘনশ্যাম ভট্টাচাৰ্য্যই তাকে দেখি আত্ম-সন্মানৰ ভয়ত তেৰো-কম্পমান হৈ থাকিল।

প্ৰিন্সিপেল ভৱানন্দ বৰুৱাৰ সেইৰূপ দুৰৱস্থা, অপমান দেখি কলেজৰ ছাত্ৰীসকল আৰু শিক্ষক-শিক্ষয়িত্ৰী, সকলোবিলাক আঁতৰি গল তাৰপৰা।

ভৱানন্দ বৰুৱাৰ ঘৰৰ ভিতৰখনত কান্দোনৰ উকমি উঠিল।

গগণবড়াই দাঁতত পেন্সিলডাল ধৰি কিছুপৰ চিন্তা কৰাৰ পাছত তেওঁ বৰ্ত্তমান ৰত্নেশ্বৰ মুদৈক বিদায় দিলে। যাওক মুদৈ, আপোনাৰ বৰ্ত্তমান কোনো আৱশ্যক নাই। আপোনাক মাথোন এজন সাক্ষীমাত্ৰ কৰা হব। আৰু আপোনালৈ চমন পঠিওৱা হব। আপুনি নিৰ্দ্ধাৰিত তাৰিখত আহি আদালতত উপস্থিত হবহি মাত্ৰ। আপুনি যাব পাৰে এতিয়া।

ৰত্নেশ্বৰ মুদৈয়ে এটা দীৰ্ঘনিশ্বাস এৰি বিদায় হৈ গুচি আহিল। তেওঁ ভাবিলে—তেওঁ যাহক উদ্ধাৰ পালে।

গগণবড়াই এতিয়া মৰা লাচ্ দুটা হচ্পিতেলত পোষ্ট-মৰ্টেম্ কৰিবলৈ দিবৰ কাৰণে তেওঁ ঠানাৰ পুলিচভ্যান্খন অনাবলৈ খবৰা-খবৰ কৰিলে। ভৱানন্দ বৰুৱা আৰু ঘনশ্যাম ভট্টাচাৰ্য্য দুয়োজন

আচামী ঠানালৈ আহিব গগণবড়াৰ পুলিচ-জীপগাড়ীখনতে।

বড়া ঠানালৈ আহিয়েই লাহৰীচাং বাগানলৈ সৌমীনদত্তলৈ এখন অফিচিয়েল টেলিগ্ৰাম কৰি পঠিয়াব। মোহনপুৰত তেওঁৰ পত্নী-কন্যা উভয়ে মৃত্যুবৰণ কৰিছে।

বেলা প্ৰায় ১২ বাজো-বাজো হৈছেহি। মৃতদেহ দৰ্শনকাৰী জনতাও লাহে লাহে ভাগি যাবলৈ ধৰিছে।

পুলিচ মদন কোঁৱৰে ঘনশ্যাম ভট্টাচাৰ্য্যৰ কাষত আৰু টঙ্কেশ্বৰ ডেকাই ভৱানন্দ বৰুৱাৰ ওচৰত চোকাদৃষ্টিৰে ৰক্ষী হৈ পহৰা দি থাকিল। তেওঁলোক এতিয়া যাব থানা আউট্‌ পোষ্টলৈ।

গগণবড়াই আকৌ ভাবি আছিল যে তেওঁ সৌমীনদত্তলৈ আজি এখন জৰুৰী এক্সপ্ৰেছ টেলিগ্ৰামকে কৰিব ; আৰু লগতে আত্মহত্যাৰ কাৰণে উৎপলাই লিখি থৈ যোৱা চিঠিখনৰ মৰ্ম্ম সুস্থভাবে লাহৰীচা বাগানত ইন্‌কোৱাৰি কৰিবলৈও বাগানৰ পুলিচ-আউট্‌ পোষ্টটোলৈ চিঠিখন পঠাই দিব গৰমে-গৰমে। বড়াই এইভাবেই সিদ্ধান্ত স্থিৰ কৰি ৰাখিলে।

মৰা লাচ দুটা তাৰপৰা স্থানান্তৰ কৰি হচ্‌পিতেলত পোষ্ট মৰ্‌টমলৈ পঠাবৰ কাৰণে তেওঁ নতুনকৈ এটা চিগাৰেট জ্বলাই লৈ পুলিচ-ভানখনৰ কাৰণে অপেক্ষি থাকিল।

ভৱানন্দৰ ঘৰৰ ভিতৰত বংশ-পৰিয়াল আৰু কলেজৰ কেইজনমান প্ৰফেছাৰৰ এটা ভিতৰে ভিতৰে গৰম আলোচনা চলি ৰল। গগণ বড়াই ভৱানন্দ বৰুৱাক যদিও জামীনত এৰি নিদিব বুলি কৈছে, তথাপি তেওঁলোকে বৰুৱাক জামীনত খালাচ কৰি আনিবলৈ জল্পনা-কল্পনা কৰিবলৈ ধৰিলে। য'ত যেনেকৈ যিমান ধন যায় যাওক— তেওঁক কিন্তু জামীনত আনিবই লাগিব। পিছত যি হয় লাগে হৈ থাকিব।

কলেজৰ গভৰ্ণিংবডীৰ পদত্যাগী সদস্য আবদুল হামিদ চৌধুৰীয়ে

মুশুনিলেও হয়তো আৰু দুঘণ্টামান বাদে হ'লেও উৎপলাদত্তৰ মৃত্যু-দুৰ্ঘটনা তেওঁ নিশ্চয় শুনিবলৈ পাব। হয়তো তেতিয়া হামিদ চাগাবে কলেজৰ চাকৰি সংক্ৰান্তত উৎপলা দত্তক অন্যায় অবিচাৰ কৰাৰ কথা তেওঁ আৰু সাক্ষী নিদিয়াকৈ থাকিবনে ?

এই এগৰাকী প্ৰধান সাক্ষীক গগনবড়াইতো এতিয়ালৈকে কোনো অনুমানেই কৰিব পৰা নাই। এই অন্যায়ৰ ভবিষ্যত কিন্তু বৰ অন্ধকাৰ !

## ● অমাৱস্যা

নিদ্ৰা নাই। সৌমীনদত্তৰ চকুত নিদ্ৰা নাই। ইলাক্ষী উৎপলাৰ পৰাই সি যেন অৰ্দ্ধোন্মাদ! মুখত কেৱল উৎপলা কেৱল ইলাক্ষী! আৰু কেৱল মদ! কেৱল মদ!

সি অপেক্ষা কৰি আছিল এটি উজ্জ্বল প্ৰভাতলৈ। কেতিয়া পুৱাই ৰাতি—কেতিয়া হয় সূৰ্য্যোদয়।

সি ৰাতি ২।৩ মান বজাতেই– মদৰ নিচাতে তাৰ ড্ৰাইভাৰজনক কেবাবাৰো বিৰক্ত কৰি জগাই তুলিছেগৈ—ৰাতি প্ৰভাত হ'ল বুলি। নিদ্ৰাত তাৰো ব্যাঘাত ঘটি উঠিছে। অযথা বিৰক্ত পাইছে সি।

হাঁয়! সৌমীনদত্তৰ নিচিনা এজন মদ্যাসক্ত, ধনগৰ্ব্বী অত্যাচাৰীৰ কি ভীষণ পৰিবৰ্ত্তন! এই পৰিবৰ্ত্তন তাক ফিৰাই দিলে কোনে? বিবেকৰ ন্যায্য কষাঘাত এতিয়া সি নিজে নিজে ভোগ কৰিবলৈ পাইছে কিয়?

ৰত্নেশ্বৰ মুদৈৰপৰা উৎপলা-ইলাক্ষীৰ সকৰুণ অৱস্থাৰ ইতিবৃত্ত শুনিবৰে পৰা তাৰ অন্তৰত সমুদ্ৰৰ হাঁহাঁকাৰময় দুৰ্জ্জয় কল্লোল উঠিব ধৰিছে। তাৰ একোটা উত্তাল তৰঙ্গ উঠি আছে। তাৰ অন্তৰত আহি উদ্‌ভাবিত হয়হি হাঁহাঁকাৰ-ধ্বনি। সৌমীনদত্তৰ তিক্ত বেদনা-

বিচ্ছেদত, সি পঠাই দিয়া মনিঅৰ্ডাৰৰ টকা ফিৰৎ দি, আনকি ঋণৰ দায়িত্বত উৎপলাই তাইৰ বিবাহ-ৰাতি যৌতুকত পোৱা হাতৰ সোণৰ বালাপাতকে ৰত্নেশ্বৰৰ নিচিনা এজন নগণ্য দোকানীৰ হাতত দি তাই আত্মৰক্ষা কৰিবলগীয়া হৈছে কেৱল সামান্য অলপ পইচাৰ কাৰণেই।

সোণৰ গহনা বুলিবলৈ স্বামী-পৰিত্যক্তা ৰাতি সকলো খুলি মেলি থৈ মাত্র বিপদৰ একমাত্র আশ্রয় কৰি তাকেই লগত লৈ আহিছিল তাই! তাই অসহায় নিৰাশ্রয় দেখি তাইক প্রতাৰণা কৰিছে দেশৰ লোকে। লোকে লোকে জানিছে তাই অতি গৰীব। তাইৰ জগতত আৰু কেও কোনো নাই। ভৱানন্দৰ নিচিনা সৌমীনদত্তৰ লাহৰীচাং বাগানৰ এটা পদলেহনকাৰী কুকুৰে তাইক দেখাদেখিকৈ অন্যায়-অবিচাৰ কৰিছে। বেচেৰী ইলাক্ষীজনীৰ মুখৰ ভাত কেইটাও কুকুৰে কাঢ়ি নি অন্যক দিছেগৈ। উঃ! পিশাচ ভৱানন্দ বৰুৱা!

লাহৰীচাং বাগানৰো দীপান্বিতাৰ অমাৱস্যা-ৰাতি ফৰকাল হ'ল। সূৰ্য্যৰ ৰক্তিম ৰশ্মি প্রকাশি আহিল।

এম্বেছেডাৰখনৰ আগচিতত সেইয়া ড্রাইভাৰ লালবাহাদুৰ আৰু দয়াৰাম। পিছৰ চিতত সৌমীনদত্ত অকলে। লগত তাৰ বন্দুকটো।

সৌমীনদত্তই সামান্য অলপ দূৰলৈ গ'লেও লগত তাৰ বন্দুকটো আছেই। বন্দুকটো নিনিয়াকৈ সি কেতিয়াও ক'লৈও এখোজো নেযায়। সেইয়া তাৰ পূৰ্ব্বৰে পৰা এটা চিৰাচৰিত অভ্যাস!

সেইয়া তাৰ বাগানৰ থিয়হৈ থকা বিৰাট বাংলাটো। সি যেন আজি কিবা এক বিষণ্ণ মৌনতাৰে অধোমুখে তাৰ চকুপানী টুকিছে! বাংলাটো কিবা যেন এক সঙ্গোপন সংঘাতেৰে বেদনা-বিদগ্ধ হৈ পৰিছে। ঘৰটোৱে অস্ফুটভাষাৰে সেইয়া কি কৈছে তাক? অন্তৰখন ইমান উগুল-থুগুল হৈ পৰিছে কিয় তাৰ? সি কথাবিলাক কৈ যাওঁতে ভুল ভুল হৈ যাব খোজে কিয়?

মাত্ৰ কিজানি ছয়ফাৰ্লং। এম্‌বেছেডাৰখন ছয় ফাৰ্লংমান যাওঁতেই এক্সিডেণ্ট্! গৰ্ভিনী গাইজনী হত্যা কৰিলে তাৰ গাড়ীখনে। তাই বেচেৰী পোৱালিভাৰত পাৰ হৈ যাব নোৱাৰিলে ৰাস্তাটো; হঠাৎ মৃত্যুবৰণ কৰিলে তাই। কত চেষ্টা-যত্ন কৰিও তাইক সিহঁতে বচাব নোৱাৰিলে। জগতৰ পৰা তদ্দণ্ডে দুটা প্ৰাণী বিদায় হৈ গ'ল একেলগে।

তাতেই পলম হৈ গ'ল বহুখিনি সময় সিহঁতৰ!

গাড়ী চলি আহিল মোহনপুৰ উদ্দেশ্যে। লালবাহাদূৰ আৰু দয়াৰামক পুনৰ্ব্বাৰ আৰু মোহনপুৰৰ ৰাস্তাপথ দেখুৱাব লগা আছিল জানো?

প্ৰায় এক-দেড়মান বজাত সিহঁতৰ গাড়ী আহি মোহনপুৰ অঞ্চলৰ ভিতৰ সোমালহি। তাত আশে-পাশে লোকজনক সুধি সুধি সিহঁতে পোণপ্ৰথমে গৈ ৰত্নেশ্বৰ মুদৈৰ দোকানঘৰ বিচাৰি উলিয়ালেগৈ। গাড়ীখন আহি ঠিক মুদৈৰ দোকানৰ সমুখতে ৰ'লহি। তেনেকুৱা এখন গাড়ী হঠাৎ তেনেকৈ আহি দোকানঘৰৰ সমুখত ৰোৱা মাত্ৰকে দোকানৰ গ্ৰাহকবোৰে এটা বিশেষ দৃষ্টিৰে তেওঁলোক আটাইকেউজনকে ভালকৈ চাবলৈ ধৰিলে। কোনোদিনে নেদেখা নুশুনা লোক। তেনেই অপৰিচিত।

এম্‌বেছেডাৰ্খন আহি ৰোৱাৰ ৫ মিনিটমান আগতেই ৰত্নেশ্বৰমুদৈ ঘটনাস্থলিৰ দাৰোগাজনৰ পৰা বিদায় লৈ আহি ঘৰ সোমাইছেহি মাত্ৰ। তেওঁ ভিতৰত আছিল যদিও দুৱাৰমুখত আহি ৰোৱা গাড়ীখনৰ আওৱাজ শুনি ধুতীখন আৰু গাৰ গেঞ্জীটোৰেই লৰালৰিকৈ ওলাই আহিল। গাড়ীত সৌমীনদত্তক চকুত পৰা মাত্ৰেই তেওঁৰ হিয়াখন অথন্তৰ হৈ পৰিল। তাক গৈ তেওঁ কি ক'ব কি নকব উপায়বুধি নোহোৱা হ'ল। তেওঁ ভয়-সংশয় চিত্তে থৰক-বৰকৈ গৈ এম্‌বেছেডাৰ্খনৰ বাৰত ধৰিলে। সকদেউতা,

দেখোন! কালি দেখোন ইয়ালৈ আহোঁ বুলিও আমাক একো নক'লে। হঠাতেযে!

সৌমীনদত্তই মুদৈৰ কথাত মাত্র মূৰ টুপিয়ালে।

আহকছোন দোকানঘৰলৈকে নামি আহক। বহকহি! মুদৈৰ মূৰটো ঘুৰাই গ'ল। বুকুখন বেয়া বেয়া লাগিল। ৰত্নেশ্বৰ মুদৈয়ে নিশ্চয়কৈ জানিব পাৰিছিল যে তেওঁলোকে যোৱা কালি তেওঁৰ পৰা শুনি—মোহনপুৰলৈ উৎপলাকে বিছাৰি আহিছে।

গাড়ীখনৰ তিনিওজনকে দোকানৰ গ্রাহকসকলৰ কোনেও চিনি নেপালে।

যোৱাকালি উৎপলাক ফিৰাই দিবলৈ দিয়া বালাপাত তেতিয়ালৈকে উৎপলাক ৰত্নেশ্বৰ মুদৈয়ে দিবলৈ পাহৰিলেনেকি? সৌমীনদত্তই আনকি মুদৈক সেই কথাও সুধিবলৈ সি বেহুঁচ্ হৈ গৈছে। সৌমীনে একো নুসুধিলে।

ৰত্নেশ্বৰেও উৎপলাৰ অপ্রত্যাশিত আত্মহত্যাৰ কথা সৌমীনদত্তৰ আগত মুখেৰে ভাঙি কবলৈ সত্ নগ'ল আৰু সাহো নহ'ল। সেয়ে তেওঁ "ৰব মই এইমাত্রকে আহিছোঁ" বুলি ঘৰৰ ভিতৰ কোঁঠালৈ সোমাই গ'ল। ভিতৰত এজন জনৈক বয়সস্থলোকক তেওঁ সকলো কথা নিমিষতে বুজাই দি পঠাই দিলে সৌমীনদত্তৰ কাষলৈ।

জনৈক লোকজন আহি গাড়ীখনত ধৰি তেওঁলোকক সুধিলেহি ৰত্নেশ্বৰ মুদৈয়ে শিকাই বুজাই পঠোৱামতে; আৰু অকল দয়াৰামেই তাৰ উত্তৰবোৰ গাড়ীৰ ভিতৰৰ পৰাই দি গ'ল।

জনৈক লোকজনে কৈ উঠিল প্রথমতে—আপোনালোক ক'ৰ পৰা আহিছে?

দয়াৰামে ক'লে, আমি লাহৰীচাং বাগানৰ পৰা আহিছোঁ।

কিবা সকাম আছে বোধকৰোঁ।

হয়। আমাৰ ইয়াতে উৎপলা দত্ত নামে এগৰাকী ভদ্রমহিলা

আছে। তেওঁ হেনো পদ্মকলিতা নামে এজন ভদ্ৰলোকৰ ভাড়াঘৰত থাকে। আমি ঠিক কোন ৰাস্তাই দি গ'লে কলিতাৰ ঘৰ পাবগৈ পাৰোঁ—আপুনি অলপ আমাক অনুসন্ধান দিব পাৰেনে ?

আপোনালোকে যি অনুসন্ধান বিচাৰি আহিছে তাৰ ঘটনা প্ৰকৃততে বৰ ডাঙৰেই।

কওকছোন ডাঙৰীয়া। আপোনাৰ মুখেই শুনোছোন বাৰু কিনো হৈছে।

আপোনালোকে পদ্মকলিতাৰ ঘৰ বিচাৰি যোৱাৰ আৰু প্ৰয়োজন নহব।

কিয় ? সুধিলে পুনঃ দয়াৰামে।

জনৈক লোকজনে সৌমীনদত্তৰ ফালে চাই কলে, এখেত ?

দয়াৰামে ক'লে, এখেত সৌমীনদত্ত। লাহৰীচাং বাগানৰ মালিক। আৰু উৎপলা দত্ত তেখেতৰে সহধৰ্ম্মিণী।

তেন্তে হৈছে আৰু। আপোনালোকৰ কপাল ভাঙিছে য'ক। যোৱা দীপান্বিতাৰ ৰাতি আমাৰ ছোৱালীকলেজৰ প্ৰিন্সিপেলজনৰ দুৱাৰমুখৰ বাৰান্দাতে উৎপলা দত্ত নামৰ তিৰোতাগৰাকী আৰু তাইৰ ছোৱালীজনী মৰি পৰি আছে। লোকে লোকে তেওঁ আত্মহত্যা কৰা বুলিয়ে জানিব পাৰিছে। আপোনালোক এই চিধাই-চিধাই য'ক। সেইয়া দূৰত—সেইযে বাটত বহু মানুহৰ সমাগম দেখিবলৈ পাইছে—সেয়েই ঘটনাস্থলি। তাতেই আপোনালোকে পুলিচে ৰখি থকা মৃতদেহ দুটা এতিয়াও দেখা পাবগৈ।

সৌমীনদত্ত গাড়ীৰ ভিতৰতে অস্থিৰ অৰ্দ্ধোন্মাদৰ দৰে হৈ পৰিল। তাৰ শৰীৰৰ সৰ্ব্বাঙ্গ ঘামি গ'ল। সি আৰু এক মূহুৰ্ত্ত ৰব নোৱাৰিলে। সি অতি দ্ৰুতবেগে কৈ গ'ল—বাহাদুৰ, বাহাদুৰ, গাড়ী এৰি দে। বাহাদুৰ !

গাড়ীখন বিজুলীসঞ্চাৰে পোনে পোনে আহি পুলিচ জীপখনৰ

পিছতে থামিলহি। জনতা ঘুৰি একদৃষ্টে গাড়ীখনলৈ চাবলৈ ধৰিলে।

তেতিয়াও প্ৰিন্সিপেলৰ চোতাল আৰু পাব্লিক ৰোডত দৰ্শকৰ সমাগম শেষ হোৱা নাই।

গাড়ীখনৰ দৰজাখন ওপন্ কৰি মাৰি থৈ দৌৰি গ'ল সৌমীনদত্ত। পিচে পিচে দৌৰি গ'ল দয়াৰাম। সৌমীনদত্তই জনতা ফুকাল কৰি দূৰৈৰ পৰাই চিঞৰি গ'ল, ইয়াত কি হৈছে দাৰোগাবাবু! ইয়াত কি হৈছে! কি হৈছে ইয়াত!

জনতাৰ কোলাহলো হৈ-চৈ কৈ গৰমহৈ পৰিল। সকলোবোৰে অধীৰ উদ্বিগ্নচিত্তে সৌমীনদত্তৰ ফালে চাবলৈ ধৰিলে। আই ঐ! দেহি ঐ! বোধকৰোঁ মহিলাগৰাকীৰে স্বামী হবলা। এঃ—দেহি ঐ! সেইজনী তেওঁৰে ছোৱালীও নিশ্চয়!

পৰি থকা অৱস্থাত হ'লেও সৌমীনদত্তই দূৰৈৰে পৰাই উৎপলাক চিনি পাইছিল। সি দূৰৈৰে পৰাই চিঞৰি গৈছিল, উৎপলা, উৎপলা! ইলাক্ষী—বাছাজনী মোৰ! সি তাৰ চুটলংপেন্টৰেই গৈ উৎপলাক সাৱট মাৰি ধৰি বুকলৈ সুমাই ললে। উৎপলা, উৎপলা, মই তোমাৰ সৌমীনদত্ত! এয়ে বোধকৰোঁ জীৱনৰ শেষ দেখা! এবাৰ [illegible] দিয়া তুমি! এনেকৈ সি এবাৰ উৎপলাক এবাৰ ইলাক্ষীক বুকলৈ আনি বিনাবলৈ ধৰিলে।

ঘটনাৰ আদ্যোপান্ত জানিবলৈ জনতা ব্যগ্ৰ হৈ উঠিল। সকলো অধীৰ-উদ্বিগ্ন!

পুলিচ আৰু পুলিচ-বিষয়াজন হঠাৎ হতবিহ্বল হৈ গ'ল।

ঘনশ্যাম ভট্টাচাৰ্য্য আৰু ভৱানন্দ বৰুৱা ভয়ত কম্পমান হৈ পৰিল।

কোৱাৰ্টাৰটোৰ খিড়ীকিৰ লোহাৰ চিক্‌বোৰৰ ফাঁকেদি ভৱানন্দ বৰুৱাৰ পত্নী, আৰু লৰাছোৱালীবোৰে চকুপানী মচি মচি জুমাজুমি কৰিবলৈ ধৰিলে।

উৎপলাৰ মৃতদেহৰ কাষত থিয় হৈ চকুপানী মচি মচি দয়াৰামেও উচুপিবলৈ ধৰিলে।

ৰাস্তাত থিয়হৈ থকা কেইজনমানলোকে মটৰগাড়ীখনত বহি ৰখি থকা ড্ৰাইভাৰ লালবাহাদুৰকে সুধিবলৈ ধৰিলে—তেওঁলোক গাড়ীলৈ ক'ৰ পৰা আহিছে—গাড়ীৰ সেইয়া মালিকজন মৃতা মহিলা-গৰাকীৰ কি হয় নহয় ইত্যাদি।

সৌমীনদত্ত আকুল উৎকণ্ঠাৰে অন্তৰ ভাগি অহা বেদনাবোৰেৰে ইলাক্ষীক সাৱট্ মাৰি ধৰি হুক্-হুকৈ কান্দিবলৈ ধৰিলে। ইলাক্ষী, ইলাক্ষী! সি তাইৰ কোমল গাল দুখনিতে বাৰ বাৰ চুমা খালে। সি চিঞঁৰি উঠিল—ইলাক্ষী, মই তোৰ দেউতাৰ সৌমীনদত্ত! এবাৰ দেউতা বুলি মাত দে মইনা। মই আহিছোঁ—মই আহিছোঁ তোৰ কাষলৈ! পুতলীজনী। তই এবাৰ চকু মেলি চা। মই তোক এবাৰ নয়ন ভৰি চাওঁ। উঃ ভগৱান! উৎপলা, লাহৰীচাং বাগানৰ লক্ষ লক্ষ ধনৰ ওপৰত থকা ৰাজলক্ষ্মী, লাহৰীচাং বাগানৰ সৌমীনদত্তৰ ভৰি চেলেকা এটা কুকুৰৰ দুৱাৰমুখত ভিক্ষাৰ আঁচল পাতিছিলা আহি তুমি! সেয়ে আজি তোমাৰ এই পৰিণাম! লক্ষপতি সৌমীনদত্তৰ গৃহলক্ষ্মী তুমি সামান্য এমুঠি ভাতৰ কাৰণে আহি কোন কুকুৰৰ দুৱাৰদলিত মৃত্যুবৰণ কৰি ধূলিত লুণ্ঠিত হৈ পৰি আছাহি বুকুত পোনাডুখৰিকলৈ।

পুলিচ দুজন আৰু গগণবড়াই সৌমীনদত্তক ভালকৈ নিৰিক্ষণ কৰিবলৈ ধৰিলে। যি গুচি গ'ল সি আৰু ফিৰি নাহে। আপুনি উঠকছোন। উঠক—উঠক! সৌমীনদত্তক বাগৰি থকা অৱস্থাৰে পৰা গগণবড়াই নিজে হাত ধৰি থিয় কৰাই দিলে। আপুনি অলপ ধৈৰ্য্য ধৰকছোন।

সৌমীনদত্তই হিকতিয়াই—হিকতিয়াই—চকুপানী মচি মচি কলে, চাব্ইনস্পেক্টৰ বাবু! আপোনাৰ হোৱা হ'লে আপুনি ধৈৰ্য্য ধৰি থাকিব পাৰিলেহেঁতেন নে? মই ধৈৰ্য্য ধৰিম—মই ধৈৰ্য্য

ধৰিম। মোক ধৈৰ্য্য ধৰিবলৈ কৈছে আপুনি? আপুনি ক'লৈ আহিছে কওকছোন? মৰামানুহৰ বিচাৰ কৰিবলৈ? আপুনি কেৱল মাত্ৰ বিচাৰ কৰিব। আপুনি বিচাৰ কৰি উৎপলা ইলাক্ষীক মোৰ বুকত ফিৰাই দিব পাৰিব জানো?

নহয়, আপুনি অলপ শান্ত হওকছোন।

শান্ত! মোক শান্ত হবলৈ কৈছে আপুনি। মোক শান্ত দিব কোনে? এজনে মোক মৃত্যু আনি নিদিয়া পৰ্য্যন্ত মোৰ শান্তি নাই! শান্তি নাই ইন্‌স্‌পেক্টৰ বাবু! মোকো আত্মহত্যা কৰিবলৈ এৰি দিয়ক আপোনালোকে। মই জীয়াই থাকোঁ কেনেকৈ? পত্নী-কন্যাৰ ইমান দুঃসহ জ্বালা-যন্ত্ৰণালৈ জগতত মই জীয়াই থকাৰেই বা প্ৰয়োজন কি? মোক হত্যা কৰক আপোনালোকে। মই সৌমীন দত্ত! উৎপলাৰ অপৰাধী স্বামী!

গগণবড়াই ক'লে—মই সকলো বুজিব পাৰিছোঁ। আপুনি অলপ বাৰু শান্ত হওক। মোৰ দুটামান প্ৰশ্নৰ উত্তৰ দিয়কছোন।

দুটা কিয়? মই আপোনাক হেজাৰ প্ৰশ্নৰ উত্তৰ দিম।

নহয়। তথাপি আপুনি অলপ ধৈৰ্য্য ধৰি কওক। আপুনি বৰ উদ্‌ভ্ৰান্ত হৈ পৰিছে।

উদ্‌ভ্ৰান্ত? অৱশ্যে মই উদ্‌ভ্ৰান্ত হৈছোঁ—পগলা হৈছোঁ সঁচা—জগতৰপৰা মোৰ নাইকীয়া হৈ যোৱা পত্নী-কন্যাৰ কাৰণেই। আপুনিও বিছাৰি আহিছে কাক? আপুনি আইনেৰে বিচাৰিব খুজিছে দোষী! অপৰাধী! আপোনাৰ তদন্তত গ্ৰেপ্তাৰ হোৱা আইনৰ অপৰাধীয়ে দণ্ডভোগ কৰি মোৰ ইলাক্ষী উৎপলাক এদিনলৈ ফিৰাই দিব পাৰিব জানো? পাৰিব জানো চাব্-ইন্‌স্‌পেক্টৰ বাবু?

আপুনি এতিয়া সেইবোৰ এৰি পেলাওকছোন বাৰু। মই আপোনাক সুধিব খুজিছোঁ—আপুনিয়েই বোধকৰোঁ লাহৰীচাং বাগানৰ উত্তৰাধিকাৰী মালিক সৌমীনদত্ত? আৰু এই মহিলা

আৰু ছোৱালীজনীও বোধকৰো নিশ্চয় আপোনাৰে স্ত্ৰী আৰু কন্যা ?

সঁচা—সকলো সঁচা।

বাৰু, আপোনাৰ লাহৰীচাং বাগান ইয়াৰপৰা ভালেমান দূৰ ! আপোনাৰ কন্যা আৰু পৰিবাৰ এইখিনি পালেহি কেনেকৈ ? কওকছোন।

মোৰেই দোষত—গৃহলক্ষ্মীয়ে মোৰ গৃহত্যাগ কৰি আহিছিল।

আচ্ছা, আপোনাৰ দোষৰ কাৰণেই আপোনাৰ পত্নী-কন্যা গৃহত্যাগ কৰিছিল। কিন্তু আপোনাৰ পত্নী-কন্যাই ইয়াত এনেকৈ মৃত্যুবৰণ কৰাৰ বাতৰি দিলে আপোনাক কোনে ?

মোৰ প্ৰবৃত্তিয়ে মোক লৈ আহিছে আজি ইয়ালৈ। ভাবিছিলোঁ—ক্ষমা-প্ৰাৰ্থনা মাগি হলেও মোৰ ঘৰৰ লক্ষ্মীক মই ঘৰলৈ ফিৰাই লৈ যাম। বাটত আহোঁতেই জানিব পাৰিলোঁ 'উৎপলা' নামে এগৰাকী মহিলা তাইৰ কন্যাটিৰ স'তে মৃত্যুবৰণ কৰি পৰি আছে ইয়াতেই। সেয়ে-মই বিচাৰি আহিছোঁ—বিচাৰি আহিছোঁ ইনস্‌পেক্টৰ বাবু !

উপস্থিত জনতা নিস্তব্ধ !

হাতত ভাঁজ কৰি লৈ থকা উৎপলাৰ চিঠিখন লৈ গগণবড়াই এবাৰ ঘনশ্যাম ভট্টাচাৰ্য্যলৈ, আৰু এবাৰ ভৱানন্দ বৰুৱালৈ চাই চিঠিখন দিলে সৌমীনদত্তলৈ। এইয়া এখন চিঠি। এইখন আপোনাৰ পত্নীৰ মৃতদেহৰ পৰা উদ্ধাৰ কৰা হৈছে। এই চিঠি অৱশ্যে যদিও আপোনাক উদ্দেশ্য কৰি তেওঁ লিখি থৈ গৈছে, বৰ্ত্তমান ই পুলিচৰ সম্পত্তি। তেখেতৰ আত্মহত্যাৰ ই এক" প্ৰধান সাক্ষী। আপুনি মাত্ৰ পঢ়ি চাই আমাক ফিৰাই দিয়ক।

গগনবড়াৰ হাতৰপৰা চিঠিখন লৈ সৌমীনদত্তই বিশেষ আশ্চৰ্য্যেৰে চকুফুৰাই চাই পঢ়ি যাবলৈ ধৰিলে। চিঠিখনৰ প্ৰতি লাইনতে তাৰ সৰ্ব্বাঙ্গ গৰম হৈ উঠিছিল।

( শ্ৰীসৌমীনদত্তলৈ—লাহৰীচাং বাগান )

"শ্ৰীচৰণেষু স্বামীন্,

ইলাক লৈ মই আহিলোঁ। বহু তিক্ততাৰ দিনত আপোনাৰ মনিঅৰ্ডাৰ পাইছিলোঁ। বেদনাৰ বিষাক্ত অন্তৰে অভিমান কৰি মোক ৰাখিবলৈ নিদিলে। সেই গতিকেই আপোনাৰ মনিঅৰ্ডাৰ ঘুৰি গৈছিল আপোনাৰ তালৈকে।

আপোনাৰ পৰিত্যাজ্যাই মা-জী সুজনীৰ মৃত্যুৰ প্ৰকৃত কাৰণ নহয়।

মোহনপুৰ—শিমলুতলিৰ ধনাঢ্যলোক ঘনশ্যাম ভট্টাচাৰ্য্যৰ ঘৰত টিউছন কৰা মোৰ ন্যায্য প্ৰাপ্যধন তেওঁ গাৰ বলেৰে আবদ্ধ কৰি ৰাখিলে কিয়? প্ৰিন্সিপেল ভৱানন্দ বৰুৱাই বা যোৱা আগষ্টৰ দুই তাৰিখে হে যোৱা কলেজৰ ইণ্টাৰভিউত মোৰ ন্যায্যপ্ৰাপ্তিৰ চাকৰিৰ পৰা মোক চিৰবঞ্চিত কৰি ৰাখিলে কিয়? মোৰ পোনাকণক লঘোনে-লঘোনে ৰাখি তেওঁলোকেই তাইক মৃত্যুৰ মুখলৈ আগুৱাই দিলে। অন্তৰৰ উৱাদিহ নোপোৱা যন্ত্ৰনাত—একুৰা জ্বলা জুইৰ দুঃসহ জ্বালা সহিব নোৱাৰি ইলাক মই নিজহাতে বিহখুৱাই চিৰবিদায় দিছোঁ। আৰু ময়ো নিজেও বিহখাই চিৰবিদায় বৰণ কৰিছোঁ। যি ঠাইত ঘনশ্যাম ভট্টাচাৰ্য্যৰ দৰে দৰিদ্ৰ-উৎপীড়ক লোক নাই—যি ঠাইত ভৱানন্দ বৰুৱাৰ নিচিনা দেশৰ দুৰ্নীতিপৰায়ণ, অন্যায়ৰ ভয়াবহ স্বাৰ্থকামী মানুহ নাই—মা-জী সুজনী পলাই আহিলোঁ তালৈকে।

ক্ষমা কৰিব। ঈশ্বৰে আপোনাকে শান্তিৰে ৰাখক। এয়ে মোৰ প্ৰাৰ্থনা।

আপোনাৰ

উৎপলা

দিয়ক। গগণবড়াই চিঠিখন লৈ গ'ল সোমীনদত্তৰ হাতৰ পৰা। আপুনিতো আপোনাৰ ওৱাইফৰ হাতৰ লিখা অৱশ্যে দেখিলেই চিনি

পায়। গতিকে কওকছোন বাৰু—এই হাতৰ আখৰ প্ৰকৃততে আপোনাৰ ওৱাইফৰ হাতৰ হয়নে ?

সৌমীনদত্ত উদ্বিগ্ন আৰু উত্তেজিত হৈ চিঞঁৰি কৰলৈ ধৰিলে। হয়—হয় দাৰোগাবাবু! হয়—হয়—হয়! হেজাৰবাৰ হয়। লাখবাৰ হয়! অধৈৰ্য্য উন্মাদৰ দৰে দাঁত কড়মৰ কৰি বিস্ফাৰিত নেত্ৰে সৌমীনদত্তই কৈ উঠিল। চাব্-ইনস্পেক্টৰ বাবু। ৰব। মই এওঁক চিনিছো। এওঁ মোৰ লাহৰীচাং বাগানৰ জোতাচেলেকা কুকুৰ ভৱানন্দ বৰুৱা। আজি প্ৰিন্সিপেল হৈছেহি কলেজৰ। আৰু এওঁ ?

এওঁকো মই মতাই অনাইছোঁ। এখেতই ঘনশ্যাম ভট্টাচাৰ্য্য!

সৌমীনদত্ত উন্মাদৰ দৰে কঁপিবলৈ ধৰিলে। এওঁ ঘনশ্যাম ভট্টাচাৰ্য্য! এওঁৱেই ঘনশ্যাম ভট্টাচাৰ্য্য! সি অকস্মাৎ বিজুলী-সঞ্চাৰে গৈ ওপৰা-উপৰিকৈ ঘনশ্যাম ভট্টাচাৰ্য্যক সাংঘাতিকভাৱে দুই ঘুচি মাৰি পকাখনত বগৰাই ল'লে। আৰু তেনেকৈ হাতৰ ঘুচীৰে তেওক বাৰ বাৰ প্ৰহাৰ কৰিবলৈ উদ্যত হ'ল। ভৱানন্দ বৰুৱা থৰহৰি কম্পমান হৈ উঠিল। গগণবড়াই নিজেই উঠি গৈ সৌমীনদত্তক এৰুৱাই আনিলেগৈ। দত্ত, এইটো আপুনি কি কৰিলে। আপুনি অৱশ্যে ভাল কাম কৰা নাই। চাওক, আপুনি কিন্তু এইটো ঘোৰ অন্যায় কৰিছে দেই। ভট্টাচাৰ্য্য বৰ্ত্তমান আমাৰ আহ্বাৱিত। আৰু তেৱোঁ আমাৰ আচামী। এতিয়া তেওঁ আমাৰ অধীনত। এনেক্ষেত্ৰত আপুনি অৱশ্যে ই বৰ অপব্যৱহাৰ কৰিছে। আৰু এইক্ষেত্ৰত আপুনিও পুলিচৰ দোষী সাব্যস্ত হৈছে।

দোষী বোলক—অপৰাধী বোলক, যিহকেই বোলক চাব্-ইনস্পেক্টৰ বাবু, ময়ো আপোনালোকৰ এজন দোষীকেই শাস্তিহে দিছোঁ।

গগণবড়াই সৌমীনদত্তক ধম্‌কি দি ক'লে, আপুনি মনে মনে থাওক!

মোৰ মনে মনে ধৈৰ্য্য ধৰি থাকিব পৰা শক্তি হেৰাই গৈছে। মনে মনে থাকিবলগীয়া আছে যদি চাব্-ইনস্পেক্টৰ বাবু, মনে মনে থাকক আপুনি। আপোনাৰ ওচৰতো মোৰ জীৱনৰ মমতা নাই জানে। উস্! এইয়া মোৰ উৎপলা, এইয়া মোৰ ইলাক্ষী, আৰু এইয়া মোৰ পত্নী-কন্যাৰ কৰালগ্ৰাসী নৰসিংহৰূপী ভৱানন্দ বৰুৱা! মোক কবলৈ দিয়ক! মোক কবলৈ দিয়ক! মোৰ অন্তৰত জ্বালামুখী জ্বলিছে। জুই নুমাবলৈ দিয়ক আপুনি।

সৌমীনদত্তৰ অধীৰ অসহ্য অৱস্থা দেখি গগণৰ চাই অলপ মনটো কোমলাই তাক ক'বলৈ ধৰিলে। কওক বাৰু আপুনি শেষ কৰক। এইমাত্ৰ আমাৰ পুলিচভান আহিলেই আমি মৃতদেহ দুটা আৰু আচামী দুজনক লৈ ঠানালৈ ৰাওনা হম।

সৌমীনদত্তই উদ্ভ্ৰান্তৰ দৰে চিঞৰি-বাখৰি কবলৈ ধৰিলে, চাব্-ইনস্পেক্টৰ বাবু! আপুনি ভৱানন্দ বৰুৱাক এতিয়াই বন্দী কৰিছে কিয়? খুলি দিয়ক, তেওঁৰ হাতকড়ি খুলি দিয়ক। তেওঁৰ জগতত এতিয়াও বহু কাম বাকী আছে। খুলি দিয়ক তেওঁৰ হাতকড়ি খুলি দিয়ক। তেওঁ সৌমীনদত্তক বা আৰু ৰাখিছে কিয়? তেওঁ তাকো হত্যা কৰি য'ক! ভৱানন্দ বৰুৱা! লাহৰীচাং বাগানৰ চুৱাপাত চেলেকা কুকুৰ! বাগানৰ ধ্বংসৰ ধূমকেতু! সৌমীনদত্তৰ বাগানৰ সৰ্ব্বস্ব শোষণ কৰি তোমাৰ তৃষ্ণা নপলাল, সেয়ে শেষত মোৰ বুকৰ দুখনি সোণৰ প্ৰতিমাকো মহাসমুদ্ৰত চিৰবিসৰ্জ্জন দিলা তুমিয়েই। উস্! বৰুৱা—ভৱানন্দ বৰুৱা, মোক কি কৰিলা! মোকবা কিয় জীয়াই ৰাখিছা তুমি! শেষ কৰা—শেষ কৰি দিয়া মোকো তুমি! সৌমীনদত্ত অধৈৰ্য্য হিতাহিত জ্ঞানশূন্য হৈ জনতা দুফাল কৰি দৌৰি আহিল নিজৰ মটৰখনলৈ। সি মটৰখনৰপৰা তাৰ দুইনলীয়া বন্দুকটো তুলিলৈ পুনঃ উন্মাদ-উদ্ভ্ৰান্তৰ দৰে দৌৰি ঘুৰি আহিল ঘটনাস্থলি বাৰান্দাখনলৈ।

সৌমীনদত্তৰ তেনে উদ্‌ভ্ৰান্ত দৃশ্য দেখি দৰ্শকমণ্ডলী দৌৰাদৌৰি কৰি ছেদেলি-ভেদেলি হৈ আঁতৰিবলৈ ধৰিলে। ভৱানন্দ বৰুৱাৰ কোৱাৰ্টাৰৰ সন্মুখৰ ফালে থকা খিড়ীকিকেইখন ভিতৰৰ তেওঁৰ লৰাছোৱালীবোৰে ধম্-ধম্‌কৈ মাৰি অতি দ্ৰুত বন্ধ কৰি দিলে। গগণবড়া আৰু কনিষ্টবল দুজন সতৰ্কভাৱে থিয় হ'ল। ভৱানন্দ বৰুৱা আৰু ঘনশ্যাম ভট্টাচাৰ্য্য ভয়ত কঁপিবলৈ ধৰিলে। এইয়া ধৰক বৰুৱা—ধৰক এইয়া। আপুনি বন্দুক লওক! মোক গুলি কৰক আপুনি। মোকো আপুনি এবাৰ ইলাক্ষী-উৎপলাক বিছাৰি যাবলৈ দিয়ক! সি বন্দুকটো ভৱানন্দৰ হাতত তুলি দিবলৈ চেষ্টা কৰিলে, আৰু ভয়ঙ্কৰ আৰ্ত্তনাদেৰে ক্ৰন্দনধ্বনিত চিঞৰি উঠিল। বৰুৱা—বৰুৱা! ভৱানন্দ বৰুৱা! নোৱাৰিলা তুমি! মোক বিদায় দিব নোৱাৰিলা তুমি! তেন্তে এই চোঁৱা! সৌমীনদত্ত চকুৰ পচাৰতে দৌৰি বাৰান্দাখনৰ কোণাটোলৈ ঘুৰি আহি ভৱানন্দক তৰ্কিব নোৱাৰাকৈ গুলি কৰিলে। ভৱানন্দ বৰুৱা 'উস্' বুলি চিঞৰি মাটীত বাগৰি পৰি গ'ল। বন্দুকৰ এটা ভয়ঙ্কৰ শব্দ হৈ উঠিল।

গগণবড়াই অকস্মাৎ চিঞৰি দিলে। অ', মাৰ্দাৰ—মাৰ্দাৰ! গোটেই ঠাইখিনি চিঞৰ-বাখৰৰ উকমি লাগি উঠিল। গগণবড়াৰ চকুৰ এক ইঙ্গিততে মদনকোঁৱৰে গৈ মৰসাহসেৰে থাপ্ মাৰি ধৰিলেগৈ সৌমীনদত্তৰ বন্দুকটোত, আৰু টঙ্কেশ্বৰে পিছহাত কৰি ধৰি তাক লোহাৰ হাতকড়িযোৰ সজোৰে লগাই দিলে।

বন্দুকটোৰ নলী গৰম হৈ উঠিছিল। গগণবড়াই বন্দুকটো নিজৰ হাতত আনি ৰাখি থলেহি।

সৌমীনদত্ত সদ্য পিঞ্জৰাবদ্ধ সিংহৰ দৰে :চতুৰ্দ্দিক আৰক্ত নয়নেৰে চাই চাই কোঁপাবলৈ ধৰিলে। তাৰ সেই ভয়ঙ্কৰ সংহাৰমূৰ্ত্তি আৰু ভয়ঙ্কৰ হৈ উঠিল। ঘনশ্যাম ভট্টাচাৰ্য্যই চাব নোৱাৰিলে। তেওঁ চকুযোৰ মুদি দিলে।

দয়াৰামে কান্দি হুৰাওৰাও লগাই দিলে। আৰু সি সৌমীন দত্তৰ কাষতে আহি থিয় হৈ ৰ'লহি।

ভৱানন্দ বৰুৱা তেনেকৈয়ে তাতেই তৎক্ষণাৎ প্ৰাণত্যাগ কৰিলে। পকাৰ বাৰান্দাখন ভৱানন্দৰ বুকুৰ ডাকল তেজেৰে ৰাঙলী হৈ ধাৰ বৈ গ'ল।

ঘৰৰ ভিতৰৰ লৰা-ছোৱালী, তিৰী-তিৰোতা সন্ত্ৰাসবেগে ভৱানন্দৰ ওপৰত আগুৰি ধৰি হুৰাৱ-ৰাৱে চিঞৰ বাখৰ কৰি গোটেই ঘৰটো কুমুধ্বনি লগাই পেলালে। কোনে কি বিলাপ-বিননি কৰিছে—একো বুজা নগ'ল।

ইতিমধ্যে ঘটনাস্থলি আহি পাওঁ পাওঁ হোৱা পুলিচভানখনে দৌৰি-ঢাপৰি পলাই সাৰিবলৈ যোৱা মানুহ-দুনুহবোৰ দেখি অতি দ্ৰুতবেগে পুলিচ-জীপখনৰ আগতে আহি চাপিলহি। গাড়ীত অহা পুলিচ ছয়জনে ঘটনাস্থলিৰ কন্দা-কটা হাই-উৰুমিবোৰ শুনি দৌৰা-দৌৰিকৈ গাড়ীখনৰ পৰা তেওঁলোক নামি গ'ল। আৰু তুৰন্তে গগণবড়াৰ আদেশ ক্ৰমে তেওঁবিলাকে সৌমীনদত্তক পৰিবেষ্টিত কৰি ধৰিলেহি—যাতে বাহিৰৰ লোকে লোকে সৌমীনদত্তক কোনোৰূপ আক্ৰমণ-অত্যাচাৰ কৰিবহি নোৱাৰে।

জনতাৰ ভিতৰৰে ভৱানন্দৰ লগা-ভগা কেবাজন লোকে সৌমীন দত্তক গুৰুতৰভাৱে আক্ৰমণ কৰিবলৈ উদ্যত হবলগীয়া হৈছিল। পুলিচৰ প্ৰতিৰক্ষাৰ বাবে তেওঁলোকে তাক আৰু প্ৰতিহিংসা লব নোৱাৰিলে।

বেলাও ভালেমান হৈ গ'ল। গগণবড়াৰ আদেশক্ৰমে কনিষ্টবল কেইজনৰ দ্বাৰা পোষ্ট-মৰ্টমৰ বাবে উৎপলা-ইলাক্ষীৰ মৃতদেহ আনি পুলিচভানখনত তুলি দিয়া হ'লহি। ঘনশ্যাম ভট্টাচাৰ্য্যকো সেই ভানখনতে লৈ যোৱা হ'ল। আৰু পুলিচ-ভান তেনেকৈয়ে ৰাওনা হৈ গুচি গ'লগৈ।

সৌমীনদত্ত উন্মাদ বাতুলৰদৰে চিঞঁৰি-বাখৰি কৰবলৈ ধৰিলে ; উৎপলা, ইলাক্ষী, ময়ো যাব ধৰিছোঁ তোমালোকৰ পিচে পিচে। উৎপলা ! পতিব্ৰতা তুমি। তোমাৰ ই মৃত্যু নহয় স্বৰ্গ ! মোৰ পিতৃবৈৰী, মোৰ মাতৃবৈৰী ভৱানন্দ বৰুৱাৰ পূৰ্ণ প্ৰতিশোধ লবলৈ তুমি নিজে মৃত্যুবৰণ কৰিয়েই তাৰ নিৰ্দ্দেশ দিলা আহি সৌমীন দত্তক। সেই প্ৰতিহিংসাৰ কাৰণেই সৌমীনদত্তক মাতি আনিছিলা তুমি ইয়ালৈকে। যাহক, ভৱানন্দ বৰুৱাৰ মৃত্যুৱে মোৰ ফাঁচী কাঠতো বহুশান্তি—বহুসান্ত্বনা দি যাব। তোমালোকক হেৰুউৱা যন্ত্ৰণাৰ এতিয়া সান্ত্বনা দিব মোক একমাত্ৰ ভৱানন্দ বৰুৱাই।

ঘটনাস্থলিত তেতিয়াৰ দৰ্শক-মণ্ডলীৰ মাজৰ পৰা এজন খদ্দৰৰ ধুতী-চোলা পিন্ধা তেজস্বী যুৱকে চিঞঁৰি চিঞঁৰি কৈ উঠিল ;—"দেশৰ দুৰ্নীতিপৰায়ণ, স্বাৰ্থলোভীলাকেসকলৰ এনে মৃত্যুদণ্ডই তেওঁলোকৰ সমুচিত শাস্তি। দেশত হেজাৰ হেজাৰ দুৰ্নীতিপৰায়ণ লোক আছে—কিন্তু সেই দুৰ্নীতিপৰায়ণসকলক এইদৰে মৃত্যুদণ্ড বিহোঁতা দেশত সৌমীনদত্তৰ দৰে দুঃসাহসিক লোক আছে কেইজন ?"

গগণবড়াই লিখি লোৱা ঘটনালিপিখিনি লিখা শেষ হৈ গ'ল। উপস্থিত দৰ্শকমণ্ডলীৰ কেইজনমান মুখীয়াল লোকৰ ভৱানন্দ হত্যাৰ প্ৰত্যক্ষ সাক্ষ্য দ্বাৰা আৰু তেওঁলোকৰ স্বাক্ষৰ গ্ৰহণ কৰি ভৱানন্দ বৰুৱাৰ মৃতদেহ তেওঁৰ আত্মীয়সকলক অন্ত্যেষ্টীক্ৰিয়াৰ কাৰণে তাতেই আদেশ দিলে।

পুলিচ-জীপগাড়ীখনত গগণবড়া, মদন কোঁৱৰ, টঙ্কেশ্বৰ ডেকা আৰু নৰহত্যাকাৰী বন্দী আচামী সৌমীনদত্তক লৈ থানা অভিমুখে বিদায় হৈ আছিল।

সৌমীনদত্তৰ এমবেছেডাৰখনত ড্ৰাইভাৰ লালবাহাদুৰ আৰু দয়াৰাম বিমৰ্ষ-বিষণ্ণমনে পুলিচ-জীপৰ পিছে পিছে আহিবলৈ ধৰিলে।

নৰহত্যাকাৰী অপৰাধী অভিযুক্ত সৌমীনদত্ত হাজোতবাসত অপেক্ষি থাকিলগৈ তাৰ সত্য-সুন্দৰ দেৱী-প্ৰতিমা উৎপলা, আৰু স্নেহৰ ইলাক্ষীৰ সঁতে আৰু এখন নতুন লাহৰীচাং বাগানত অনন্ত কালৰ কাৰণে ভোগ-বিলাস কৰি থাকিবলৈ। য'ত উৎপলা, ইলাক্ষীক লৈ যুগ-যুগ আৱহমান কাল শেষ হৈ যাব তাৰ। য'ত উৎপলাই হয়তো তাক মদ যোগাব তাইৰ অবিশ্ৰান্ত চকুৰপানীৰে হলেও চিৰদিন চিৰকাল !

———

—: সমাপ্ত :—